# কাম-ৰূপ

শ্ৰীডিম্বেশ্বৰ নেওগ

শ্ৰীযুতা আজলীতৰা নেওগৰ

# আলিবাবা আৰু দুকুৰি ডকাইত

"…এনে শিক্ষিত মানুহ আৰু লৰা-ছোৱালী কম যি এই সাধুটোৰ বিষয়ে অলপ-নহয়-অলপ নাজানে। আমাৰ অসমীয়া ভাষাত তাক উলিয়াই দি শ্ৰীমতী নেওগে বৰ ভাল কাৰ্য্য কৰিলে। কিতাপৰ ভাষা ভাল, গঢ় ভাল।…পিতৃ আৰু স্বামী দুই ফালৰপৰা তেওঁৰ গাত সাহিত্যৰ প্ৰেৰণা আছে। এনেকুৱা বস্তু আমাৰ আইটিৰ পৰা আমি আৰু বিচাৰিলোঁ।"

বাঁহী, কাতি, ১৮৫৩ শক

"…শ্ৰীমতী নেওগ আইদেউৰ লেখনীৰপৰা ওলোৱা এই পুথিখনি অসমীয়া শিশু সাহিত্যলৈ এটি নতুন দান। ৰচনাৰ সৰল, প্ৰাঞ্জল আৰু সুন্দৰ ভাষাৰে চাই আলিবাবা উৎকৃষ্ট শিশুপাঠ্য হৈছে।… আইদেউৰ সুন্দৰ ৰচনাই ভৱিষ্যতলৈও আমাৰ সাহিত্য ভঁৰাল পুষ্ট কৰাত সহায় কৰিব বুলি আশা কৰিছোঁ।…"

বাতৰি, ১২ আঘোণ ১৮৫৩ শক

"…বেচ ।০ বেছি হোৱা নাই। ছপা বন্ধা ভাল।…এই প্ৰধানমান পুথিখনক সুবিখ্যাত আৰব্যোপন্যাসৰ "এহেজাৰ এৰাতিৰ" এটা সাধু সৰল সুন্দৰ ভাষাৰে অসমীয়ালৈ ভাঙি অসমীয়া ৰাইজৰ শলাগৰ পাত্ৰী হৈছে। আশা কৰোঁ। লেখিকাই তেওঁৰ সুযোগ্য পিতৃ আৰু স্বামীৰ পথ অনুসৰণ কৰি ভৱিষ্যতলৈও নিঃস্বাৰ্থভাৱে মাতৃভাষাৰ সেৱা কৰিব।"

অসমীয়া, ৭ পুহ, ১৮৫৩ শক

# কাম-ৰূপ

( দৃশ্যকাব্য )

অকাল বসন্ত, মদন-ভষ্ম, মদন-উদ্ধাৰ আদি
ঘটনামূলক পাঁচ অঙ্কীয়া পৌৰাণিক
নাটক

---


শ্ৰীডিম্বেশ্বৰ নেওগ
প্ৰণীত


১৮৪৬




---


প্ৰথম তাঙৰণ
১৮৫১

---

প্ৰিণ্টাৰ—শ্ৰীৰাজেন্দ্ৰলাল সৰকাৰ
কাত্যায়ণী মেসিন প্ৰেস
৩৯।১ নং শিৱনাৰায়ণ দাস লেন, কলিকাতা


---

বেচ ।০ আঠ অনা

# আগকথা

দহ বছৰৰ আগৰ কথা, "কামৰূপ" আৰু "কুণ্ডিল কুঁৱৰী" নাট দুখন,—আগৰখন অমিত্ৰচ্ছন্দত আৰু পিছৰখন গদ্যত,— একেহাতে লিখিবলৈ লওঁ। তাৰ পিছতে, "কাম-ভস্ম" "অকাল বসন্ত" বুলি সুকীয়া নামেৰে ইয়াৰ দুটি অঙ্ক "বাঁহীত" আৰু "কুণ্ডিল কুঁৱৰীৰ" প্ৰথম অঙ্ক "আসাম হিতৈষীত" ওলায়। ইও আঠ বছৰ মানৰ আগৰ কথা।

মেটাৰলিঙ্কৰ "ব্লু বাৰ্ড" আদি নাটকৰ অনুসৰণত তেতিয়া অসমীয়াত সম্ভৱ পোনেই এই নাটকৰ "অকাল বসন্ত"ই ছপা হৈ ওলাইছিল; কিন্তু ইয়াৰ ভিতৰতে এই ৰীতিৰ দুই এখনি নাট ৰচা আৰু ছপা হোৱা দেখা গৈছে। তথাপি সেই সময়ত ই এই বিষয়ৰ প্ৰথম চেষ্টা আছিল, এই আশ্বাসকে লৈ বহুত দিনৰ মূৰত নতুন আগ্ৰহেৰে নাটখনি ৰাইজৰ আগলৈ উলিয়া হল।

"God approves the depth, not the tumult of the soul." হৰ-গৌৰী পৰিণয়ৰ আগৰ কাম-চেষ্টা "tumult." গতিকে সি অৱশ্যে বিফল। মদন-ভস্ম সেই দুশ্চেষ্টাৰে কাঠ-সংস্কাৰ মাত্ৰ। তাৰ পিছত আহিছে "depth." হৰ-গৌৰী-বন্দিত কামৰ স্বৰূপ জন্ম। এয়ে হল কাম-ৰূপ !!

পুৰাণৰ সাধুটো অন্ততঃ মই এইদৰেই বুজিছোঁ আৰু এই নাটকত এনেকৈয়ে ব্যাখ্যা কৰিবলৈ যত্ন কৰিছোঁ। এই বিচাৰত যদি মই ভুল কৰা নাই, তেনেহলেই মোৰ যত্ন সফল বুলি মানিম।

যোৰহাট
১ শাওণ, ১৮৫৫

শ্ৰীডিম্বেশ্বৰ নেওগ

পিতৃতুল্য পৰম পূজনীয়

খুৰাদেৱ

শ্ৰীযুত লোকনাথ নেওগৰ

শ্ৰীচৰণত

# ভাওৰীয়াসকল

## পুৰুষ

ইন্দ্ৰ, মদন, হিমালয়, নাৰদ, বসন্ত, সমীৰ,
শঙ্কৰ, সম্বৰ, কৃষ্ণ, প্ৰদ্যুম্ন, ব্ৰহ্মা,
নন্দী, দূত, দাস

---

## তিৰুতা

ৰতি, মাধৱী, পাৰ্ব্বতী, জয়া, বিজয়া, ৰুক্মিণী,
মেনকা, অপ্সৰাসকল, দাসী

---

## চৰাই

কুলি, কেতেকী, হেঁতুলুকা, ফেঁচু, টিপচী,
দহিকতৰা, জিলি, ভোমোৰা

---

## ফুল

পঞ্চশৰ, কেতেকী, নাহৰ, চেনিচম্পা
কপৌ, পলাশ

---

## আকাশী-বাণী

---

# কাম-ৰূপ

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

ইন্দ্ৰৰ ৰাজসভা

সভাসদসকলৰ মাজত ৰাজসিংহাসনত ইন্দ্ৰ অতি উদ্বিগ্নচিত্তে বহি আছে ; সকলোৱে যেন কাৰোবাৰ আগমন অপেক্ষা কৰিছে। এনেতে মদন সোমাই আহি ইন্দ্ৰক অতি বিনীতভাৱে সেৱা জনায়।

মদন—জনাওঁ প্ৰণাম, স্বৰ্গৰাজ! কিবা হেতু
অধীনক অনালে মতাই ? কিবা প্ৰিয়
কাৰ্য্য মই দেৱতাৰ কৰিম সাধন ?
ইন্দ্ৰ—জানা হেৰা ৰতিপতি! বজ্ৰৰ বাহিৰে
তুমি মোৰ অদ্বিতীয় সহায় সুহৃদ্ ;
বজ্ৰৰ শক্তিয়ে যদি মানে পৰাভৱ,
ইন্দ্ৰৰ অব্যৰ্থ অস্ত্ৰ তুমি! পঞ্চশৰ ?
মদন—আজ্ঞা হক, দেৱমণি! সাধ্যৰ অতীত
মদনৰ, নোহে যদি সেই কাম ; তেনে
এতিয়াই এই ক্ষুদ্ৰ ফুলৰ ধনুৰে
চুৰমাৰ কৰি দিওঁ তিনিও ভুবন,

দিবহি পেলাই সেই বাঞ্ছিত ৰতন
দেৱৰাজ মহেন্দ্ৰৰ চৰণ-তলত।
স্বৰ্গ মৰ্ত্ত্য পাতালৰ সীমাৰ মাজত,
কোনে মহা তপ কৰি, ইন্দ্ৰৰ আসন
আশঙ্কাত কঁপায় সঘনে ? মোৰ এই
ফুলৰ ধনুৰ দৰে, কোন সুন্দৰীৰ
ভ্ৰূযুগলে হানি থই প্ৰভুৰ হৃদয়,
ছলনাৰ কুটিল জালত মেৰিয়াই
নিষ্ঠুৰ নিষাদ-প্ৰাণ দেখায় নিতউ ?
আজ্ঞা হক, এতিয়াই বান্ধি সেই জন
সঁপি দিওঁ স্বৰ্গৰাজ ইন্দ্ৰৰ পদত।
সাক্ষাৎ শঙ্কৰো যদি ধ্যানত মগন,
স্বৰূপ সতীও যদি আছে নিজে সেই
প্ৰণয়ৰ কুটিল দৃষ্টিৰে ; তেন্তে মোৰ
ই ধনুৰ এপাত শৰতে, পৰিবহি
লুণ্ঠিত শৰীৰ হই প্ৰভুৰ পাৱত।
ইন্দ্ৰ— সুমধুৰ বীৰোচিত তোমাৰ বচন
শুনি তৃপ্ত হলোঁ। কিন্তু এটি কথা—
কলা তুমি এতিয়াই, হৰৰ চিতকো
সহজেই টলাব পাৰিবা ; পাৰিবানে,
সঁচাকৈয়ে নিশঙ্কোচে কৰিব ই কাম ?
পৰমাত্মা ধ্যান কৰি যোগত মগন
থাকোঁতে শঙ্কৰ, পৰিবানে ছল চাই
হানি দিব ফুল-শৰ হৰৰ বুকত—

মদন—আজ্ঞা দিলে স্বৰ্গৰাজে পালিম আদেশ।
ইন্দ্ৰ—ভয়ত নহবা তুমি ব্যৰ্থ মনোৰথ ?
মদন—কদাপিও তেনে হব নিদিয় মনক,
হৰক টলাম বুলি কৰিলোঁ শপত।
ইন্দ্ৰ—তেন্তে অতি সজ কথা! সজ, ৰতিপতি!
শুনিছা নহয় তুমি, তাৰক অসুৰে
কিদৰে নো নকৰিছে দেৱৰ দুৰ্গতি ?
উল্লেখি পুনৰ তাক, নুজাৰোঁ তোমাৰ
লোকৰ দুখত পমা হিয়াৰ সন্তাপ।
যিদিনা উদয় হল দেৱ-আকাশত
তাৰকৰ প্ৰতাপ-মাৰ্ত্তণ্ড, দুপৰৰ
তৰাটিৰ দৰে তেৱে ইন্দ্ৰৰ ইন্দ্ৰত্বে
লাজত ঢাকিলে মুখ মেঘৰ আঁৰত!
চন্দ্ৰ সূৰ্য্য বায়ু আদি দেৱতাসকলে,
তাৰকৰ প্ৰতাপৰ ইন্দ্ৰজাল দেখি
হেকৱালে দেৱত্বৰ মায়া; ঋতুবোৰে
পাহৰিলে স্বৰ্গৰাজ ইন্দ্ৰৰ আদেশ।
এতিয়া স্বৰ্গত আক আগৰ সিদৰে
নিবিলায় সুকযে পোহৰ; চন্দ্ৰদেৱে
কিৰণৰ শান্তিময়ী লই, নন্দনক
নন্দনীত নকৰে আকউ; বই বই
জুৰ বায়ু বলা নাই অমৰাৱতীত;
ঋতুৰ গতিও আজি নাই সেইদৰে।
সকলোটি নিস্পন্দ নিৰ্ব্বাক! কিন্তু এই

সবাওটি মিলি, ৰঙ্মনে আছেগই
তাৰক-পুৰীত, পৰিহাস কৰি কৰি
দেৱতাৰ এনে হীন ভাগ্য-বিপৰ্য্যয় !
মদন—কিনো উপায়েৰে, স্বৰ্গৰাজ ! হৰক বিন্ধিলে
ফুলশৰে, দেৱতাৰ পৱিত্ৰ মঙ্গল
পাৰে বাৰু মোৰপৰা হব সজ্ঘটিত ?
ইন্দ্ৰ—শুনি যোৱা, পঞ্চশৰ ! তাকো মোৰ মুখে।
অমৰণ বৰ তাক দিছিল ব্ৰহ্মাই ;
কিন্তু সেই ব্ৰহ্মায়ে এতিয়া, সাপ হই
দংশি মোক, উদ্ধাৰিব খোজে বৈদ্যৰূপে ;
শঙ্কৰৰ ঔৰসৰ এটি সন্তানেহে
তাৰকক বধিব পাৰিব, এই বাৰ্ত্তা
দিছে মোক কই। আনফালে, আছে সেই
মহেশৰ যোগ্যা কন্যা হিমাদ্ৰি তনয়া,
যাৰ ৰূপ-গৰিমা অতুল ; তেৰোঁ আজি
প্ৰথমৰ যৌৱনৰ দুৱাৰ দলিত !
তেওঁৰেই সেন্দূৰীয়া প্ৰেমৰ পদূলি
সজাব লাগিব তুমি সুশোভন কৰি
মহেশৰ প্ৰণয়ৰ বাবে। ইফালেদি
গইছে নাৰদ ; হিমাদ্ৰিক কই তেওঁ
মহেশাশ্ৰমত, পাতি দিব পাৰ্ব্বতীক
শঙ্কৰৰ চৰণ-সেৱিকা। আন পিনে
সখীৰ বসন্ত আদি লগৰীক লই
পাতি দিবা তাতে গই মাধৱীৰ মেলা ;

আৰু তাতে চল চাই, চোকা শৰ হানি
মিলন-আকুল প্ৰাণ কৰিবা দুইকো।

মদন—উত্তম ব্যৱস্থা এয়ে। নাৰদৰ উপদেশে'
উমা যদি পাৰে হব আশ্ৰম-সেৱিকা,
আৰু কি লাগিছে মোক! ততালিকে
অকাল বসন্ত মই কৰিম সূচনা।
গছে গছে ফুলে ফুলে ব'ব ৰই ৰই
মাধৱীৰ মৃদুল হিল্লোল; কাননত
কোকিলৰ কণ্ঠস্বৰ শুনি, মহেশৰ
পৰাণতো দাকিব মদনে! সাজু হই
থাকি মই, ইন্দ্ৰৰ বজ্ৰতো' সুকঠোৰ
অব্যৰ্থ কুসুম-শৰ এৰিম তেতিয়া।
মাগিলোঁ মেলানি, স্বৰ্গৰাজ! আপোনাৰ
প্ৰতিজ্ঞা নাপালি মই নাহিম উলটি।

ইন্দ্ৰ—যোৱা, তুমি জয়যুক্ত হোৱা, ৰতিপতি!

পুনৰ সেৱা জনাই মদন ওলাই যায়।

জিলিঙনি দেখিছোঁ আশাৰ! এতিয়াও
হোৱা নাই অস্তমিত ইন্দ্ৰৰ প্ৰভাৱ!
দেৱতাসকল, যোৱা সবে ঘৰাঘৰি;
খন্তেক জিৰাওঁ ময়ো শান্তিৰ মোহত।

সকলো দিহিঁদিহি যায়।

— —

## দ্বিতীয় দৃশ্য

### ঔষধিপ্ৰস্থত ৰজাৰ কাৰেঙ্

গঙ্গাৰ তীৰ শিলা আসনত হিমালয় আৰু মেনকা বহি কথা হৈছে।
হিমালয়ৰ আকাশ ছোৱা শুকুলা কিৰীটিত পুবাৰ প্ৰথম
ৰদ-চেৰেঙা পৰি তিৰবিৰাইছে।

হিম—পৰম তপস্যা বলে' পালোঁ আমি, প্ৰিয়ে!
জীৱন-ৰতন এই তনয়া-প্ৰতিমা।
সাঁচি থোৱা পাপ-পুণ্য সিটো জনমৰ,
সুকৃতি-দুষ্কৃতি যত পূৰ্ব্ব সাধনাৰ
নিশ্চয় সকলো মিলে এই জীৱনত;
সেই অনুসাৰে দিয়ে ভাগ্যই বিলাই
হাঁহি-অশ্ৰু জীৱন-পথত। পিছে, ৰাণি'
যৌৱন-সূৰ্য্যৰ নৱ কিৰণ-নিৰ্ম্মালি
পাৰ্ব্বতীৰ পৰিছে শিৰত; সেইদেখি
দিঠকতে সপোনৰ মোৰ; পশু-পখী, তৰু-
লতা সকলোৰে মাজে, উঠিছে শিয়ঁৰি
প্ৰাণময় প্ৰেমৰ মূৰতি; সৰ্ব্বময়
বিৰিঙি পৰিছে নৱ যৌৱন আভাস।
মেনকা—বুজিছোঁ সকলো, নাথ! সুমলীয়া
গৌৰী মোৰ, ভৰি দিছে নৱ যৌৱনত।
কিন্তু, নাথ! কন্যাৰ কাৰণে বাক মোৰ
যোগ্য বৰ ক'ত স্থিৰ হল? কেতিয়াই
কলোঁ মই! দিলে জানো কিবা মন-কাণ?

হিম—কি কোৰাঁ, মেনকা, তুমি ? সহস্ৰ অধিক
মোৰ পুত্ৰ আৰু কন্যাৰ মাজত যিটি
জীৱন-প্ৰদীপ ৰূপ মোৰ, সেইটিক
নাপালে উচিত বৰ, দিওঁ কোন সতে ?
বিচাৰিলে ত্ৰিভুবন তন্ন তন্ন কৰি
পাওঁ পাত্ৰ কৰবাত দুজন এজন ;
তাকো বাৰু, চোৰাঁ ভাবি, হঠাতেই গই
কোন সাহে দিওঁ যাচি ই হেন ৰতন ?

মেনকা—বুজাঁ নাই জানো সিটো মই ? ইফালেও—

এনেতে দূত সোমাই আহি সেৱা জনায় ।

দূত—মহাৰাজ ! দুৱাৰত দেৱৰ্ষি নাৰদে
নিবেদিছে আপোনাৰ সাক্ষাৎ অচিৰে ।

হিম—জনাগই মহৰ্ষিক ৰজাৰ বিনয় ।

দূত গুলাই যোৱাত নাৰদ সোমাই আহে । হিমালয় আৰু মেনকা দুয়ো ঠিয়হৈ আসন দিয়ে ।

প্ৰণমো চৰণ, ঋষিৰাজ ! জানো দয়া কৰি
কিবা শুভ উদ্দেশ্যেৰে আজি হঠাতেই
পদাৰ্পণ কৰিলেহি পৰ্ণ কুটিৰত ?

নাৰদ—মহাৰাজ, আছে মোৰ উদ্দেশ্য মহান্ ।
শুনিছোঁ, তোমাৰ আছে পাৰ্ব্বতী নামেৰে
ৰূপে-গুণে দিব্য কন্যা এটী ; তেওঁলৈকে
যোগ্য পাত্ৰ পোৱা নাই তিনিও লোকত ?

হিম—শুনিছে আপুনি তেন্তে সত্য কাহিনীকে ।

নাৰদ—দেখুৱাই দিওঁ যদি উপযুক্ত বৰ,
কৰিবা নে তুমি তাৰ যুগুত বিধান ?
হিম—তদুপৰি, বান্ধখাই ৰম চিৰকাল
দেৱঋষি নাৰদৰ চেনেহ-পাশত।
নাৰদ—নাভাবানে শঙ্কৰেই তোমাৰ কন্যাৰ
উপযুক্ত পাত্ৰ অতি, সৱাৰে মাজত ?
হিম—উপযুক্ত পাত্ৰ সঁচা। পিছে. হে দেৱৰ্ষি !
কোন সাহে আগ বাঢ়োঁ এনে প্ৰস্তাৱেৰে ?
নাৰদ—মোৰ উপদেশ তেন্তে লোৱাঁ, গিৰিৰাজ !
ডাঙৰ ঠেলাত, সৰু হই সৰকাই
জ্ঞানীৰ ধৰম। শঙ্কৰৰ অনুৰক্তা
তোমাৰ কন্যাক, আশ্ৰম-সেৱিকা ৰূপে
নোৱাৰিবা স্থান জানো দিব সহজতে ?
হিম—শুনিছোঁ, শঙ্কৰ বোলে বহিছে যোগত ;
ৰাখিব এতিয়া জানো মোৰ তনয়াৰ
আশ্ৰম সেৱিকা ৰূপে মহেশে কাষত ?
নাৰদ—মানি লোৱাঁ কথা মোৰ ; ৰাখিব শঙ্কৰে।
হিম—নমৰে সন্দেহ, প্ৰভু ! আশ্ৰম-সেৱিকা
হলে বা কিৰূপে হয় উমাৰ বিবাহ ?
নাৰদ—ভাৰ্য্যা নাই শঙ্কৰৰ পাৰ্ব্বতী বিহনে।
শুনা তেন্তে পূৰ্ব্বকথা ; এবেঁ দক্ষ-সুতা,
সতী নামে সিটো জনমত, স্বামী হেতু
কৰিছিল জীৱন উছৰ্গা। পুণ্য-বলে
পুনু তেওঁ পাব স্বামী হবক নিশ্চয়।

জানা তোমা দুয়োটিৰে তপস্যাৰ গুণে
পুনৰ্জন্ম পালে তেওঁ তোমাৰ ঘৰত।
সংসাৰৰ কোনো ব্যৱধানে, নোৱাৰিব
ভাঙি দিব ইজন্মৰ পুণ্য পৰিণয়।
নিমিত্তৰ ভাগী তুমি হোৱাঁ, মহাৰাজ!

নাৰদ ওলাই যোৱাত দুয়ো প্ৰণাম জনায়।

হিম—নাপাহৰোঁ মহৰ্ষিৰ দয়া কোনো কালে!
চোৱাঁ, প্ৰিয়ে! কেনে মহা সন্ধিৰ ক্ষণত
দৈৱিক উপায় আনি মিলায় ঈশ্বৰে!
যেনে তেনে উপায়েৰে শিৱৰ হাতত
সঁপি দিব পাৰোঁ যদি এই তনয়াক,
অভীষ্ট সিদ্ধিৰ আশা নহয় দূৰত।

মেনকা—মানিছে অন্তৰে মোৰ নাৰদৰ কথা।
কিন্তু, নাথ! আলসুৱা পাৰ্ব্বতীয়ে মোৰ
আশ্ৰমৰ কষ্ট বাৰু সহিব কিদৰে?

হিম—স্বভাৱতে সিদ্ধ তাই যোগী শঙ্কৰৰ
শুশ্ৰূষাৰ সকলো কামতে; সেইবাবে,
সমূলি নিদিওঁ ঠাই আশঙ্কা হিয়াত
নহব শিৱৰ উমা সুযোগ্যা গৃহিণী।

দৃশ্যপট সলনি

---

## তৃতীয় দৃশ্য

### মাধৱীৰ শোৱনি ঘৰ

### মাধৱীৰ গীত

আহা আহা, সখি ! আহা ;
মোহন অতিথি ! আহা !
বাঞ্ছিত তুমি, অযাচিতে আহি
হৃদি-আসনত বহা ।
কিনো মই সুভাগিনী !
বিৰহ-শয়ান সাজি,
ঘুমটি-মগন থাকোঁতে, হে প্ৰিয় !
দিলা দেখা আহি আজি ।
( মোৰ ) কঁঠ পৰা মালাধাৰি,
বিৰহ-বিৰস এখনি হিয়া ;
চৰণ-পৰশে পলকে পুলকে,
ইনো কি সৰগী মায়া !!

গীত শেষ হোৱাৰ লগে লগে ফুলাম লতাৰ কিৰীটিৰে বসন্ত সোমাই আহে

মাধৱী—কিয় আজি অযাচিতে প্ৰিয় বসন্তৰ
মোহন মূৰতি হল হঠাতে উদয়
মাধৱীৰ ভাগ্য-অচলত ? আহঁ, আহাঁ ;
এখন্তেকো হৃদয়ৰ দুৱাৰ দলিত
ৰই থাকি তুমি, মোৰ আকুল অতিথি !
নিদিবা প্ৰাণত হানি বিষম আঘাত ।.
কোৱাঁ, শত সুমধুৰ অতীত স্মৃতিৰ
প্ৰহেলিকা ভেদি, শত নিশাৰ সপোন
পাৰ হই অহা নৱ প্ৰভাতৰ দৰে,

খুলিয়ালা আছি কিয় হৃদি-মন্দিৰৰ
বন্ধা দুৱাৰত মোৰ ইমান পুৱাতে ?
বসন্ত—এতিয়াও পুৱা হোৱা নাই ; কিন্তু, মোৰ
প্ৰেয়সী মাধৱি ! সময়াসময় জ্ঞান
হেৰুৱাই মই, তোমাৰ দ্বাৰত আজি
থিত দিছোঁ প্ৰণয়ৰ পথিক বেশেৰে
পিয়াহত ছাটিফুটিকই ; নিয়া যদি
মেলি সেই হৃদয়ৰ বন্ধন দুৱাৰ !—
মাধৱী—সঁচাই এতিয়া যদি পুৱা হোৱা নাই,
গুপুত তোমাৰ এই প্ৰিয় সমাগম,
শতেক বৰেণ্য তেনে অভিসাৰিকাৰ
আজি এই গোপন দুৱাৰ। বাধা দিয়া
বিৰিখৰ ফলেইহে অতি সুমধুৰ !
কিন্তু প্ৰিয় ! নেমেৰাবা বাক্যৰ জালেৰে ;
কোৱাঁ অকস্মাতে কিয় দিলা দৰিশন ?
বসন্ত—শুনা মোৰ মধুৰ মাধৱি ! প্ৰিয় সখা
কন্দৰ্পৰ ইচ্ছা অনুসাৰে, আমি গই,
মহেশৰ আশ্ৰমত পাতি দিব লাগে
সৌন্দৰ্য্যৰ নতুন পোহাৰ ; প্ৰকৃতিৰ
প্ৰাণে প্ৰাণে লাগিব তুলিব মাধুৰীৰ
সুচঞ্চল কোমল লহৰী ; অভিনৱ
পুষ্পশৰ কৰি দিব লাগিব শাণিত।
হৰ লাগে তাত এনে উন্মাদ বিপুল,
হয় যেন হৰগৌৰী মিলন-আকুল।

মাধৱী—অতি সজ কথা তেনে, প্ৰিয় ! পিছে জানো
সমীৰৰ কামলই পঠালা বাতৰি ?
বসন্ত—সৌৱা চোৱা এইফালে আহে সমীৰণ।
ফিৰফিৰীয়া পাতল পাটৰ সাজ পিন্ধি সমীৰণ সোমাই আহে।
বুজিছা নহয় তুমি কৰ্ত্তব্য তোমাৰ ?
যোৱা তেন্তে, আগমনী গোৱা বসন্তৰ।
দেখিলে তোমাক যোৱা গছ-লতাবোৰে
নৱ সাজ পিন্ধিব পুনৰ ; কলিবোৰে,
তুমি গলে, পেলাব মিচিকি হাঁহি মাৰি।
তোমাৰ লগত যাব প্ৰিয় সঙ্গী মোৰ
কোকিল কেতেকী আদি বিবিধ গায়ক ;
সকলোৰে সঙ্গমত আশ্ৰমবাসীয়ে
উছৱৰ পাব পৰিচয়। তুমি গই
এইদৰে উচটাই দিবা সকলোকে,
কামে যেন মহেশকো বিন্ধে ততালিকে।
সমীৰ—আহিছো শীতল মই উন্মাদনা সানি ;
মাধৱী বসন্ত দুয়ো আহাঁ পিছে পিছে।
ওলাই যায়।
বসন্ত—অভিনৱ ! অভিনৱ এই আয়োজন !!
সৃষ্টি-পাতনিৰে পৰা হোৱা নাই এনে
বসন্তৰ অপূৰ্ব্ব সম্ভোগ। লিখা ৰব
ই কাহিনী, প্ৰকৃতিৰ অমূল্য গ্ৰন্থত।
দুয়ো ওলাই যায়

## চতুৰ্থ দৃশ্য

### বসন্তৰ মেলা

### ৰতি-মদনৰ গীত-নাচ

ৰতি—ফুলে-পাতে, বাটে-ঘাটে
নতুন সুখৰ নতুন মেলা।
মদন—আহা, সখি! তাতে ৰহি
পাতোঁ আমিও প্ৰণয়-খেলা॥
ৰতি—আঁকুল সুৰে বাজে হৃদয়-বীণ—
মদন—ৰূপে-ৰসে গীতে-গোন্ধে
জগত উদাসীন্!!
ভ্ৰুমো—(কোনে) এনে সুখৰ উছৱ কটায়
কৰি মিছা অৱহেলা!!
ৰতি—চৰাইৰ মাতে মদন ডাকে—
ঘনাই বিহ্বল কৰে হিয়া!
মদন—তোমোৰাৰো আকুল গীতত
জগতখনেই মতলীয়া!!
ৰতি—এনে সুখৰ মিলন দিনা
মদন—আহা চাপি জীৱন-বীণা!
ভ্ৰুমো—যাওঁ দুইও উটি উটি,
প্ৰেমৰ সোঁতত পাৰি ভেলা।

মদন—সুশোভন! অতি সুশোভন আজি এই
প্ৰিয় সখা বসন্তৰ সৌন্দৰ্য্যৰ হাট।
তেওঁৰে আদেশ পাই আহিল মাধৱী,
সমীৰণে চাৰিদিশে ঘোষিলে বাৰতা;

গায়কসকলে গালে গীত সুললিত,
কানন-কুঁৱৰী সৱে পিন্ধিলে কাচোন।
সাৰ পাই উঠি যেন বন-দেৱতাই
দেখে হঠাতেই নিজ যৌৱন-উন্মেষ!

ৰতি—অতি সুশোভন আজি বসন্তৰ হাট!
কিন্তু, হেৰা নাথ! মাতি আনি দিয়া মোক
ঋতুৰাজ বসন্তৰ কটকীসকল।
আৰু কোৱা, ক'তনো তোমাৰ পঞ্চবাণ?

গীত

কুলি—কু-উ কু-উ, কু-উ কু-উ;
কু-উ কু-উ কু!
আহিছে মাধৱী, আহা
সখী কেতেকু!!

ওলাই যায়।

কেতেকী—অ' মই কেতেকী!
অ' মই কেতেকী!
ঋতুৰাজে পঠায় আমাক
গায়ক কটকা!!

ওলাই যায়।

কৈতুলুকা—মই কৈতুলুক!!
ফেঁচু—মই ফেঁচুলুক!!
দহিকতৰা—আমি গাওঁ, আমি নাচোঁ;
প্ৰেমে' ভৰা বুক!!!

ওলাই যায়।

টিপচি—মই টিপচি!
মই টিপচি!

এধানিমান হিয়া যে মোৰ,
পৰে উপচি !!

ওলাই যায়।

জিলি—জি-ই-ই, ই-ই, ই ই ;
ই-ই, ই-ই, ই ।
বসন্তৰ, বায়ন মৰে ;
মোৰ নামেই জিলি !!

ওলাই যায়।

ভোমোৰা—গুণ্ গুণ্, গুণ্ গুণ্, গুণ্ গুণ্, গুণ্ গুণ্ ;
গুণ্ গুণ্, গুণ্ গুণ্ গুণ্ !
কলীয়া ভোমোৰা মৰে ;
মোৰে চোকা গুং !!
ফুলে ফুলে যাওঁ—
ফুলৰ মধু খাওঁ !
বসন্ত-বৰাগী মৰে
টোকাৰি বজাওঁ !!

ওলাই যায়।

মদন—তৃপ্ত হলোঁ। দেখি যত দূত বসন্তৰ !
তাৰ পিছে দিয়া দেখা মোৰ পঞ্চশৰ ।

(নিজ নিজ বৰ্ণ-বৈশিষ্ট্যৰ সাজেৰে অৰবিন্দ, চূত, অশোক আদি পঞ্চবাণ এটি এটিকৈ আহি গান গাই নিজ চিনাকি দি পুনৰ আন বাটেদি ওলাই যায় ।

গীত

অৰবিন্দ—তমু ভৃত্য, অৰবিন্দ ;
—পদুম-কলি মই ।
তোমাৰ চৰণ, কৰোঁ সেৱা,
সম্মোহনী লই ॥

ওলাই যায়।

চূত—মই আমৰ মল ;
মই উন্মাদন ।
প্ৰেমিক প্ৰেমিকা' মোকে,
দেখি উচাটন ॥
ওলাই যায় ।

অশোক—মোৰ অশোক নাম—
শোষণ মোৰে কাম ।
দেখে নভু ছোৱে, যি মোক,
কামেই পৰিণাম ॥
ওলাই যায় ।

নৱমল্লিকা—নহ মল্লিকা !
তৱ সেৱিকা !
তাপন মৰে জ্বলাওঁ শীতল
অনল কণিকা !!
ওলাই যায় ।

নীলোৎপল—ময়ে নীলা ভেঁট,
বোলে নীলোৎপল ।
ভুক্তনত মোৰ মুগ্ধ দগ্ধ
প্ৰেমিক বয় অচল ॥
ওলাই যায় ।

ৰতি—শত ধন্য, হেৰা প্ৰিয় ! ধন্য পঞ্চশৰ !!
ইকি ! সৌৰা আছে চোৰা ই পঞ্চ বাণৰ
কুলাম কুঁৱৰী আন লগৰীসকল ।

নিজ নিজ বাণৰ বিশিষ্ট সাজ পিন্ধি তুলি, কেতেকী আদি সকলোৱে এটি এটিকৈ আহি গান গাই নিজ চিনাকি দি সোমাই আহি পুনৰ সেইদৰে ওলাই যায় ।

## গীত

কেতেকী—কেতেকী ফুল মই !
কেতেকী ফুল !
সুতীব্ৰ গোন্ধত মোৰ
বন বিয়াকুল !!
মন বিয়াকুল !!!
মই কেতেকী ফুল !!!!
নাহৰ—মই নাহৰ ফুল !
মই নাহৰ ফুল !
ৰূপ মোৰ আমোলন,
গোন্ধ আমোল্‌মোল্ !!
মই নাহৰ ফুল !
মই নাহৰ ফুল !!!
চেনিচম্পা—চম্পা ফুলৰ পাহি ( হে মই )
মিঠা ওঁঠৰ হাঁহি !
ৰূপত নাচে সৰগ-তৰা,
গোন্ধত ব্যাকুল বাঁহী !!
চম্পা ফুলৰ পাহি ( হে মই )
মিঠা ওঁঠৰ হাঁহি !!
ওলাই যায় ।
কপৌ—কপৌ ফুল মই, কৰোঁ শোভা
নাহতো লোপা ।
গাঁথোঁ ময়ে বিৰহিণীৰ
চকুলো-টোপা ॥
ওলাই যায় ।
পলাশ—” নাম মই, বিলাসিনী,
—চকুবোৱা ৰূপ !

প্ৰেমিক হিয়াত, জগাও স্মৃতি—
বঙচুৱা ওঁঠ !!

ওলাই যায়।

মদন—চিনিছানে, তুমি ৰতি, সউ সুদূৰত
কোন আহে সুমধুৰ শঙ্খধ্বনি কৰি ?

সমীৰণ সোমাই অ।

গীত

সমীৰণ মই, উদাসী মই,
আকুল শঙ্খ মোৰ।
মদন-ৰজৰ, আহ্বান জনাও :
—হিয়া প্ৰেমে পূৰ ॥

ওলাই যায়।

ৰতি—গল সকলোটি, প্ৰিয় ; মহেশাশ্ৰমত
বলা আমি কৰোঁগই বসন্ত সম্ভোগ।

আঁৰ-কাপোৰ

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

মহেশাশ্ৰমৰ কাষৰ ফুলনি ; অপ্সৰাসকল
সোমাই আহি গায় আৰু নাচে।

গীত

মুঞ্জৰি উঠিছে মাধৱী মঞ্জৰী,
গুঞ্জৰি ভোমোৰা কুল
মদনৰ ধনু ৰচি দিলে পুনু—
ই নো কি সৰগী ভুল !!
আহাঁ আহাঁ সাজি, নবীনা মাধৱি !
আহাঁ আহাঁ আজি, কাঞ্চন ! কৰবি!
অভিনবানন্দ, প্ৰেম-মকৰন্দ,—
ফুলা ! ফুলা ! অগ্নি-ফুল !!

( নেপথ্যত )—সাৱধান, নৰ্ত্তকীসকল ! অকালতে
বসন্তৰ গীত গাই কিয় সকলোৰে
অনৰ্থক অমঙ্গল কৰিছা সূচনা !
নাজানা নে, যোগেশ্বৰ ৰহিছে যোগত ?

১ম অপ্সৰা—সখী, হেৰা ! কাৰ এনে কঠোৰ আদেশ ?
বসন্তে আনিছে এই মধুৰ সম্ভোগ,
কিয় তেনে দিয়ে বাধা আমাক ইয়াত ?

২য় অপ্সৰা—সমীপতে মহেশৰ সাধনা আশ্ৰম ;
নৃত্যগীত তপস্যাৰ অন্তৰায় বুলি
এনেদৰে কোনোবাই কৰিছে বাৰণ।

৩য় অপ্সৰা—সখি ! চোৱা ; সৌৱা কোন আহিব ধৰিছে ?

খণ্ডেৰে নন্দী বেগাই সোমাই আহে।

নন্দী—সাৱধান, নৰ্ত্তকীসকল ! কিয় বাৰু
অনর্থক নৃত্যগীত গাই সকলোৱে
অকালতে বসন্তক কৰি আৱাহন
এইদৰে অমঙ্গল কৰিছা সুচনা
মহেশৰ পুণ্য আশ্ৰমত ? যোৱাঁ শুচি
সকলোটি ! ইতো নোহে বিলাস কানন !!

অপ্সৰাসকল লাহে লাহে ওলাই যায়। নন্দী ইফালে-সিফালে চাই আচৰিত হয়।

কিনো কথা বোলে ! সঁচাকৈয়ে বই বই
বলিছে চঞ্চল বায়ু নৱ বসন্তৰ !
শিয়ঁৰি উঠিছে তৰু-বন ; মুঞ্জৰিছে
কাননৰ অশোক পলাশ ! ফুলে ফুলে
ভোমোৰাৰ গান ; গছে গছে আম-মল ;
কুঞ্জে কুঞ্জে বসন্তৰ অযুত পখীয়ে
ধৰে কি যে সম্মোহন সুৰ ! কোকিলৰ
কণ্ঠস্বৰ শুনি দাকে মদনে প্ৰাণত !!
বুজিছোঁ, বুজিছোঁ ; সৰাবে শুবিতে আছে
কাৰাবাৰ কিবা এটি গুপ্ত অভিপ্ৰায়,—
অকালতে বসন্তক মাতি আনি কোনে
কৰিছেহি আশ্ৰমত মধু সমাগম !
সাৱধান, আশ্ৰমৰ যত অধিবাসী

পশু-পখী, তৃণ-তৰু-লতা ! উচ্ছৃঙ্খল
বসন্তৰ প্ৰেৰণাক নিদিবা আশ্ৰয় !!

নন্দী ওলাই যায়। তাৰ অলপৰ পিছতে আন ব।৮৮
পাৰ্ব্বতী আৰু জয়া-বিজয়া সোমাই আহে।

পাৰ্ব্বতী—দেখিছা নে, সখীহঁত ! বোলোঁ এইপিনে মন কৰাঁচোন ; কালি আমি সিমানকৈ পানী সিঁচি সিঁচি কথমপি জীয়াই থৈ যোৱা সেঁ ফুলজুপি আজি কেনেকৈ ফুলি আছে !

জয়া—এৰা ; নুফুলিব নো কিয় ? আমাৰ পাৰ্ব্বতীৰ হাতে-বোৱা ফুল হে তেও ! পিছে বোলোঁ তুমি যে ভৰি-তলুৱাৰ পৰা মূৰৰ চুলিলৈকে স্বগৰ পাৰিজাত ফুলৰ নিচিনাকৈ ফুলি আছাঁ, এই কথা নকবাই হবলা ?

পাৰ্ব্বতী—থোৱাঁ হেঁ ; ভাল কথা কলে আকৌ তোমালোকে চুপতি কৰিবলৈ লাগাঁ। ( দুখোজমান আগবাঢ়ি গৈ ) এ, আই ! বিজয়া ! মোৰে শপত, চোৱাঁচোন ; গোটেইখন ফুলনি কেনেকৈ ফুলে-পাতে ৰমক্‌জমক্ হৈ আছে ! কালি দেখি গৈছোঁ, ফুলনি নিমাও-মাও ! আজি কেইদিন হল, পানী দি দি ভাগৰিলোঁ ! তুমি ইমান মৰি-পৰি লাগি, ফুলাওঁ বুলি যদি কেলেই এপাহ ফুল ফুলাব পাৰিলা-হেতেন ! পিছে দেখোন আজি ফুলবোৰ আপুনিয়ে ফুলি ফুলনি উলহ-মালহ লগাইছে !

বিজয়া—গাটিহে গহীন, মনটিত আমাৰ সখী দেখোন সদায়েই উৰি-যাওঁ-পৰিলা ! তাতে আজি অকস্মাৎ নিমাতী ফুলনিখনি নিজৰে নিচিনা দীপ্‌লিপ্‌ গাভৰুটী যেন

জাতিকাৰ হোৱাত, সখী যেউ গুলথুগুল-মন-বিয়াকুল হব, তাকে নো আৰু এবাৰ কব লাগিছে নে ?

পাৰ্ব্বতী—তোমালোকে আৰু বৰ আচৰিত, দেও হে ! চোৱাঁইকচোন, এতিয়াই জানো বসন্তকাল আহিবৰ হল ? শীতেই দেখোন নৌ যায় ! আমাৰ জাবৰ ঠেৰেঙা ভগাই নাই ; ফুলবোৰৰ নো কি হল ? ( অলপ বৈ ) মই ক'ত মৰোঁ ! সখীহঁত ! সেয়া কুলিয়ে মতা নাইনে ?

আটায় কেজনীয়ে কাণ পাতি শুনি আচৰিত হয়।

জয়া—সখীহঁত, এইবাৰ কথা কিবা হে !' মোৰ বঢ়িয়াকৈ মনত আছে, আৰু-বেলি কি আৰু-তেওজ বেলিও এনেকুৱা দিনত ফুল ফুলাহে নালাগে, কলহে কলহে পানী দিও আমি কলি এটাৰে মুখ দেখা না'ছলোঁ। ঐ আই ! সৌ পুলি আমজোপা কেনেকৈ মলিয়াইছে চোৱাঁইকচোন —আগৰপৰা শুৰিলৈ।

বিজয়া—মোৰ হলে এইবোৰ দেখি এটা ভাব মনত খেলাইছে। শুনিবাঁইক নে ?

পাৰ্ব্বতী—কিয় নুশুনিম, বিজয়া ! কৈ যোৱাঁ তুমি।

বিজয়া—ফুলনিৰ ফুলবোৰ দেখি, আমে মলিয়ালৈ চাই আৰু তাতে কুলিৰ মাত শুনি আজি বাৰ সঁচাসঁচি বসন্ত কাল যেন লগা নাইনে ?

দুয়ো—লাগিছে।

বিজয়া—বসন্ত যেন সঁচাকৈয়ে এটি নিপোভল ধুনীয়া ডেকা ; তেওঁৰ কোনো অঙ্গতে যেন কোনো খুন নাই। তেওঁৰ

ভৰিৰ তলুৱাদুখনিও যেন ঠিক দুজপীয়া নাৰ্জি ফুল যেন বঙচুৰা।

পাৰ্ব্বতী—সাইলাথ, সখি! সাইলাথ। তুমি বৰ মোহলগা কথাবোৰ কব জানা।

বিজয়া—তেওঁ যেন বছৰেপতি নকৈ আটকধুনীয়া দৰাটিৰ দৰে সাজিপাৰি আছে; আৰু যেন বৰ লাজকুৰীয়া। তেওঁৰ সেই হাঁহিটি যেন নকৈ ফুলা চেনিচম্পাৰ কলিটি হে!

পাৰ্ব্বতী—বৰ ভাল শুনিছোঁ, সখি! কৈ থাকাঁ!

বিজয়া—( লাজৰ ভাও জুৰি ) নকওঁ যোৱাঁ! মোৰ কথা শুনি তুমি পেটে পেটে হাঁহিছা আৰু মুখেৰে উচটাইছা; বোলে "মুখে লটৃপট্ ! ভিতৰি কপট !!"

পাৰ্ব্বতী—চোৰাঁচোন বাৰু, জয়া! মই নো কি ভিতৰি কপটটো কৰিলোঁ? তেওঁ জানো মোক এনেয়ে এনেকৈ বুলিব পায়?

জয়া—আহাঁ, আহাঁ, সখি! বোলে 'নমো নমো পাৰিজাত। কুকুৰে ছুলে বাহি গাত ॥' বৰ কথাবাৰ হল,—তাতে যদি 'নগৰত জগৰ' লাগিল, লাগক; আহাঁ। তাকে নো এতিয়া কোনে আকৌ বঙা শৰাইখন লৈ ভঙাবলৈ যাব?

বিজয়া—থাকা, থাকা; তোমাক নো আকৌ মাতিছে কোনে? আমি পাৰ্ব্বতী সখীৰ নিচিনা আদৰ-মালতী নহয় দেও, ছুলেই জঁয় ৰবিবলৈ। লাই নে চেকৰা তেও পিতিকি হে চালোঁ!

পাৰ্ব্বতী—বাৰু, তোমাৰ পিতিকি চোৱাখন থোৱাঁ এতিয়া। আমি কথাখিনিহে শুনিব খুজিছোঁ।

বিজয়া—আমাৰ এই আশ্ৰমৰ ফুলনিখন যেন সাক্ষাৎ এজনী ৰূপহী গাভৰু! বসন্ত কালক যদি দৰা বোলা, ফুলনিখনক তেনে কইনা বুলিবা। আজিয়ে জানিবা বিয়া হৈছে। সেইদেখি ফুলনি-গাভৰুৱে আজি পাৰেমানে খোপাত ফুলবোৰ গুজিছে;—আন কাল বৰকৈ নিপিন্ধে আৰু পিন্ধিবলৈকো পাবলৈ নাই। আৰু কুলি চৰাইজনীয়ে জানিবা বিয়াৰ উৰুলি হে দিছে।

জয়া—আমাৰ সখীৰ কথা নক'লা? এতিক নো আমি কেতিয়া এইদৰে পিন্ধা-উৰা দেখিম—।

বিজয়া—ৰবাচোন, ৰবা। তত্‌নো নোপোৱা কেলেই?

পাৰ্ব্বতী (হাঁহি হাঁহি) তেনেহলে আমি আৰু নুশুনো বা!

বিজয়া—নুশুনিবা তো' নুশুনিলে বা শুদাই এৰিব কোনে? পোনতে নো তেনেহলে কোৰ্বা, কোৰ্বা, বুলি মোক কুটুৰি আছিলা কিয়? বোলো, মোৰ বঙহৰ দেও, শুনা এতিয়া ভালে ভালে। নহলে এতিয়াই কুঁৱৰীৰ ওপৰত বৰমেল চপোৱা হব: পিছে ঘাটি খাই মৰিবা একা!

পাৰ্ব্বতী—ঘাটি খালে দণ্ড বা কিহ হব কি?

বিজয়া—এদিন, এবেলা, এদণ্ড, এপৰ—এইখিনি সময় এই শ্ৰীমুখত যি ওলায়, তাকে শুনি থাকিবলৈ আজ্ঞা হব।

পাৰ্ব্বতী—আজ্ঞা অমান্য কৰিলে?

বিজয়া—অমান্য কৰাৰ হে শ্ৰীমতী পাৰ্ব্বতীদেৱীৰ পদুমী গাল দুখনি আৰু পলাশ ফুলাৰ্য়া ওঠ দুটিত লেখি লেখি এপোন, এৰুৰ, এঅবা, চুমা—।

পাৰ্ব্বতী—(হাঁহি হাঁহি) নাই, নাই; এনে গুৰুতৰ দণ্ড ভৰি

মৰিব নোৱাৰি। তাৰ সলনি তোমাৰ কথাখিনিকে কৈ পেলোৱাঁ।

বিজয়া—তেনেহলে শুনা, মোৰ কথাৰ আধ্যা পৰিল। পিছে, সখি! আমাৰ বৰকৈ মন গৈছে, এই বিয়াৰ ৰভাতলতে তোমাক যেন নোৱাই-ধুৱাই শঙ্কৰলৈ বিয়া দিবলৈ পাওঁ!

জয়া—সখি, মোৰো সচাঁকৈয়ে তেনে এটা হেঁপাহ উপজিছে; কিয় জানো, কব নোৱাৰোঁ।

পাৰ্ব্বতী—(লাজ কৰি আঁতৰি গৈ) আহাঁ, সখীহঁত! বহুত পলম হল। আজি বসন্ত কালৰ প্ৰথম ফুলৰ থুপিৰে প্ৰভু শঙ্কৰৰ পদত আঁজলি দিওঁগৈহঁক বলা।

ফুল তুলি লৈ তিনিও ওলাই যায়।

## দ্বিতীয় দৃশ্য

শঙ্কৰৰ সাধন-ভূমিৰ দাঁতি

মদন আৰু ৰতি চুচুক-চামাককৈ সোমাই আহে

মদন—ৰতি! সচাঁকৈয়ে হিয়া মোৰ কিয় আজি
বিচঞ্চল লাগিছে সঘনে? ইঙ্গিততে
বসন্তই আশ্ৰমত পাতিলে শাসন;
গছ-লতা ফুল-পাত উঠিছে শিয়ঁৰি
মৈথুনত মতলীয়া হই; বিয়াকুল
ভোমোৰাই আমৰ মলত পৰি পৰি,
দ্বিগুণে শোভন কৰি দিছে ফুল-ধনু;

তেও বাৰু হিয়া মোৰ আগৰ নিচিনা'
কিয় আজি নাচি উঠা নাই ? ৰই ৰই
কোকিলৰ নবীন কাকলি, শ্ৰৱণত
পৰিছে আকউ ; ৰিব্ ৰিব্ মলয়াই
অন্তৰৰ আবেগ-অগনি বিচি বিচি
জ্বলায় পুনৰ ; তেও বাৰু কিয়, ৰতি !
হাতৰ ফুলাম ধনু ৰব খোজা নাই
আজি মোৰ শিথিল হাতত ? শুইনেদি
কোনোবাই কই যায় যেন—'অ' মদন !
নিদিবি নিদিবি জাপ জ্বলন্ত অগ্নিত !!'
ৰতি—পাৰিছোঁ বুজিব, নাথ ! তোমাৰ ই হেন
বিপৰীত ভাবৰ কাৰণ। মহাযোগী
মহেশ্বৰ বহিছে তপত। কি মধুৰ
সৌম্য মূৰ্ত্তি ! কেনে সুমহান্। সৃষ্টি স্থিতি
যাৰ বলে পলকতে ঘটায় প্ৰলয় ;
কাম যাৰ চৰণ-তলত ; সিজনৰ –
সিজনৰ গাত তুমি কোন সাহসেৰে
হানি দিবা কুসুম আঘাত ? তাৰে বাবে
মনত তোমাৰ এনে জন্মিছে বিকাৰ।
মদন—মানিছোঁ তোমাৰ যুক্তি, ৰতি প্ৰিয়তমা !
সেই বুলি, কৰ্ত্তব্যত আগুৱাই মই
পৰাঙ্মুখ নহম পুনৰ। চোৱাঁ, ৰতি !
এইখান ধনু আৰু এই হাতেৰেই
কত শত জনৰ হিয়াত দিলোঁ জ্বালি,

কামৰ অগনি ! দেখিছো সকলো নিজে ।
সৃষ্টিকৰ্ত্তা ব্ৰহ্মাই নিজেও যাব এনে
কুসুমিত আঘাতৰ মহত্ত্ব মানিলে ;
ভুবন-বিজয়ী সেই ধনুখনি লই,
কোৱাঁনে কি, হম মই ভগ্নমনোৰথ ?
ৰতি—আপোনাৰ মনেই মঙ্গল । এতিয়াও
যদি ভাবাঁ নাই অমঙ্গল, কৰাঁ তেন্তে
উচিত যি হয় ; নোপজাওঁ বাধা তাত ।
মদন—অমঙ্গল ? কিয় কোৱাঁ অমঙ্গল বুলি ?
আজিয়েই মদনৰ ক্ষুদ্ৰ জীৱনত
মঙ্গলৰ প্ৰথম সূচনা ! চোৱাঁ তুমি,
যদি হৰ-পাৰ্ব্বতীৰ দাম্পত্য প্ৰেমৰ
সূত্ৰপাত দিব পাৰোঁ কৰি, তাৰ ফলে'
শঙ্কৰৰ ঔৰসৰ প্ৰথম সন্তানে
তাৰকাসুৰৰ বংশ কৰি ক্ষয়পাত
উদ্ধাৰিব অচিৰেই দেৱতাৰ কুল !
কি মহা মঙ্গল তেনে হব সংঘটিত !
আৰু চোৱাঁ, ইয়াৰেই কাৰণে কতনো
সৰগী সুযোগ আহি মিলিছে আপুনি !
অলপতে ফুল তুলি সখীসকলেৰে
পাৰ্ব্বতী আহিব আন দিনে, মহেশ্বৰ-
সেৱাৰ কাৰণে ;—সেয়ে যে মূৰ্ত্তিত মোৰ
হব আহি আন পাত চোকা ফুলশৰ !
আষাঢ়ৰ আকাশতে উঠা এচমকা

মেঘ যেন, মৃগহীন সি মোহন
গমন-বিলাস ; তাৰ লগে লগে সেই
মৈৰাচালি যেন বোৱা থমকি থমকি !
সশঙ্কিত বন-হৰিণীৰ পিছলই
চোৱা যেন, [illegible]ৰ মউ-অগ্নিবাণ ;
তৃতীয়াৰ জোন, নতু মোৰ ধনু যেন,
পাৰ্ব্বতীৰ অপাৰ্থিৱ সেই ভ্ৰূ-যুগল !
তিলফুল জিনা সেই নাকৰ পাহিটি,
অধৰৰ হিয়া দেৱা বিচঞ্চল ৰাগ ;
দিগ্বিজয়ী যৌবনৰ শুভ্ৰ স্তম্ভৰূপে
তুষাৰ-কোমল দুটি শৃঙ্গ নৱোন্নত !
নিতম্বত মোৰ পুণ্য আকুল শয়ান,
শুলে যত ৰঙতেই নধৰে টোপনি !
ৰামকল যেন উৰু দুটি, খোজেপতি
ইটিয়ে সিটিক ঠেলি যায় আগবাঢ়ি !!
আ-হা ! আ-হা ! কি সুন্দৰ ! কি সুন্দৰ কথা !
হেৰা ৰতি ! আক কি লাগিছে মদনক ?

ৰতি—বুজিছোঁ সকলো ; কিন্তু চোৰাঁ, কোন সেই
মহাযোগী ; বাসনাৰ কণ যাৰ নাই ;
কামনাক পুৰি ছাই কৰি যি পুৰুষে
ভস্ম ললে সানি মূৰে-গায় ; ত্ৰিকালৰ
তিনি মূৰ্ত্তি ত্ৰিশূল স্বৰূপে যাৰ সদা
সেৱক-সাৰথি ; বাসুকীৰ শত সৈন্যে
ফণা ধৰি যাৰ মাথোঁ ঘোষিছে মহিমা ;

কাম কেনেকৈ চাপে কাষ সিজনৰ ?
আসক্তিৰ স্থান তাত কত ? আৰু চোৰা,
ব্ৰহ্মাণ্ডৰ যত প্ৰাণী, তৃণ-তৰু-লতা,
মহা মহা দেৱতাসকল, কি নো কথা !
ব্ৰহ্মা বিষ্ণু দুয়ো যাক জনায় প্ৰণতি ;
তেওঁৰ আগত, যাবা কি স্পৰ্দ্ধাৰে তুমি
ঠিয় হবলই ? সিসৱৰ দাস আমি ;
ভৃত্য হই আদেশিবা কোন বিধিমতে ?
আত্মবোধহীন জনে প্ৰভুত্ব নিজৰ
হেৰুৱাই যদি দিয়ে প্ৰশ্ৰয় তোমাক,
তেতিয়া সঙ্গত হয় ই কাৰ্য্য তোমাৰ ;
নহলে পালিব পাৰা প্ৰভুৰ আদেশ !
মোৰ মনে, চোৰা পুনু কৰি বিবেচনা।
মদন—হেৰা ৰতি ! বিবেচনা আৰু মোৰ নাই ;
দিছে কৰি অৱস্থাই ব্যৱস্থা নিজৰ।
কৰ্ম্ম মাথোঁ নিয়তিৰ নিয়ম-বান্ধোন ;
অজ্ঞানে বা সজ্ঞানেই, আমি জো কদাপি
মেৰ ভাব নোৱাৰোঁ এৰাব ! কৰ্ম্মময়
সোঁত জীৱনৰ ; লই যায় অদৃষ্টই
উটাই-বুৰাই ; তাৰ প্ৰতিকূলে যোৱা
হাঁহি-উঠা বৃথা চেষ্টা মাথোঁ। কৰ্ত্তব্যৰ
ধাৰ বুজা নহয় সহজ ; কোনে ক'ব
অভ্ৰান্ত সিং, তুমি যাক কৰ্ত্তব্য বুজিছা ?
নিৰ্ভুল কৰ্ত্তব্য বুজি পোৱা, কৰ্ত্তব্যৰ

সাধনৰ সবহ অংশই। আৰু চোৰা,
চোৰাও কৰাৰ দৰে ই কাৰ্য্যৰ বাবে
যদি মোৰ নাই অধিকাৰ ; আনফালে,
দেৱতাৰ যিটি কাৰ্য্য মোৰ বাবে সদা
হই ৰব চিৰ-অসাধিত, তাকেই বা
অৱহেলা কৰোঁ কি সাহেৰে ? সচাকৈয়ে
ই কাৰ্য্যৰপৰা, মঙ্গলত বিনে মই
অমঙ্গল দেখা নাই কাৰো। পোনতেই,
দেৱতাৰ ভাগ্য-সূৰ্য্য উদিলে পুনৰ
আকাশত তাৰকৰ জেউতি-কণিকা
নুমাব আপুনি ; ইন্দ্ৰ বৃহস্পতি আদি
দেৱতাই পাৰে মানে আশিষিব মোক।
তদুপৰি, পৃথিৱীৰ দিগন্ত বিজয়ী
পুণ্যশীলা হিমাদ্ৰি-দুহিতা শৈলজাৰ
হয় যদি হৰৰে মিলন, আশিষৰ
সীমা কি থাকিব ? ভক্তিমতী যোগ্যা পাত্ৰী
লভি, হৰে বিতৰিব কামক প্ৰসাদ।
কিনো আসোঁৱাহ হেনে থাকে ই কাৰ্য্যত ?
ৰতি—এনে সুশৃঙ্খলভাৱে হলে সকলোটি
নাই কোনো ভয়ৰ কাৰণ। কিন্তু নাথ !
শিশিৰতে বসন্তৰ আগমন যেনে
স্বাভাৱিক নালাগে মনত, পৰিণয়
আগতেই হৰ-পাৰ্ব্বতীৰ কাম-ভাব
উদ্ৰেক কৰাও তেনে নহয় সহজ।

মদন—সচাকৈয়ে, প্রিয়ে ! সঙ্কীর্ণ ই জগতৰ
বহু কথা ধাৰণা-অতীত ! স্বাভাৱিক
কোন কথা ? স্বাভাৱিক নহয় কোনটো ?
সসীম ই ধৰাত অসীমৰ এটি
ক্ষীণ আভাস-যাচোঁতা আকাশতকৈও,
স্বভাৱৰ বুকু অতি আহল-বহল ।
জগতে চকুৰে দেখা পৰ্ব্বত-সমান
কত ঢউ উঠি সাগৰত, অতি ক্ষুদ্র
বুদ্‌বুদ্‌ৰূপে লীন যায় নিমিষতে,
কোনে লয় তাৰ লেখ-জুখ ? তথাপি যে
অতীতৰ অনন্ত গৰ্ভত, ভবিষ্যৰ
অনন্তত, কত ক্ষুদ্র মহৎ ঘটনা
ঘটিছে, ঘটিব আৰু ; সেইবোৰ বাৰু,
স্বাভাৱিক সুৰুলিৰ জগতে কিদৰে ?
তুমি তো নিজেই জানা জন্মকথা মোৰ
কি বিচিত্র ইন্দ্রজাল স'তে আছে গোঁথা !
জানা আৰু, কিৰূপে নো মই নিজ পিতা
ব্রহ্মাৰ বুকুতে, তেওঁ দিয়া শৰেৰেই
হানিছিলোঁ প্রথম আঘাত ; সুৰুলিৰা
জানো তুমি তাকো স্বাভাৱিক ? যদি এই
গুৰিতেই ভুল, তেন্তে ভুলেৰেই ভুল
লওঁ তুলি ; হক মোৰ প্রতিজ্ঞা পূৰণ ।
আহাঁ প্রিয়ে, বাটচাওঁ কুঞ্জৰ আঁৰত ।

[ দুয়ো ওলাই যায় ।

## তৃতীয় দৃশ্য

### শঙ্কৰৰ সাধনভূমি

বীৰাসন ৰচনা কৰি শঙ্কৰ বাঘছালৰ ওপৰত বহি ধ্যান কৰি থাকে। অলপ পিছত্তে তেওঁ বীৰাসন ভাঙি লগে লগে নিশাহ এৰি দি ৰহে। তেওঁৰ ইঙ্গিতমতে নন্দী, আৰু নন্দীৰ পিছত পাৰ্ব্বতী আৰু জয়া-বিজয়া সোমাই আহি হাতত ফুলৰ অঞ্জলি লৈ অলপ নিলগত ৰৈ থাকে।

নন্দী—প্ৰভুৰ চৰণ-পদ্ম সেৱিবৰ বাবে
হিমাদ্রি-নন্দিনী আহি আছে বাটচাই।

শঙ্কৰৰ অনুমতি বুজি নন্দীয়ে পাৰ্ব্বতীক চাপি আহিবলৈ ইঙ্গিত দি অলপ আঁতৰি ৰয়। পাৰ্ব্বতী পোনতে আহি আঠু লৈ সেৱা কৰে।

শঙ্কৰ—চিৰজীৱী হোৱা তুমি, হিমাদ্রি তনয়া!
যি পুৰুষে কৰা নাই অন্য স্ত্রী ভজন,
তোমাৰ স্বোৱামী হক সেই সুলোচন!

পাৰ্ব্বতী আকৌ উঠি গৈ জয়া-বিজয়াৰ হাতৰপৰা ফুলৰ মালা আনি শঙ্কৰৰ চৰণত অঞ্জলি দিবলৈ হাউলিছে, এনেতে শঙ্কৰক আনমনা দেখি অলপ থমকি ৰয়। নিলগত আঁৰৰ পৰা এচুকেদি চুচুক্‌-চামাকৈ মদন-ৰতি সোমাই আহে। মদনৰ হাতৰ ধনু হঠাৎ সৰি পৰে।

মদন—আচৰিত! ধনু কিয় নৰয় হাতত?

ৰতিয়ে ধনু তুলি দিয়ে।

ৰতি—সাৱধানে কৰাঁ, নাথ! শংকৰ সন্ধান।

মদন—গুচিবা কাষৰ পৰা খন্তেক সময়।

ৰতি পিছুঁহুকি যায়। মদনে বাঁও ভৰি আগ
কৰি গাৰ বলেৰে ধনুৰ জোৰ টানে।

শংকৰ—হঠাত ঘটিল কিয় মনৰ বিকাৰ?

উপজিল কাৰ এনে অদ্ভুত দুৰ্ম্মতি?

ইকালে সিকালে মন কৰি সমুখত সেই অৱস্থাত মদনক
দেখি কোপদৃষ্টিৰে সেই ফালে চাই ৰয়; তেওঁৰ
তৃতীয় চকুৰ পৰা হঠাৎ অপূৰ্ব্ব ৰশ্মিৰাশি
ওলাই মদনৰ গাত পৰি তেওঁক
ভস্ম কৰিবলৈ ধৰে।

আকাশীবাণী—ৰক্ষা কৰাঁ, ৰক্ষা কৰাঁ, প্ৰভু! মদনক।

নকৰাঁ কামক প্ৰভু! সমূলে নিৰ্ম্মূল।

তাৰ লগে লগে মদন ৰশ্মিত বিলীন হৈ যায়।

আঁৰ কাপোৰ



# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

মহেশাশ্ৰমৰ ফুলনিৰ কাষত জয়া-বিজয়াৰ সৈতে পাৰ্ব্বতী

জয়া—প্ৰিয় সখি! কিয় আনা নিজ প্ৰাণলই
এনে আত্মনিন্দাবাদ? ৰূপে-গুণে এনে
অনুপমা হিমাদ্ৰি তনয়া, কাৰ সাধ্য
বোলে হীন? মদনে ভুঞ্জিলে কৰ্ম্মফল;
দোষাৰোপ কৰা কিয় তোমাৰ ভাগ্যক?
পাৰ্ব্বতী—কিনো কোৱা, জয়া! সাধকৰ অন্তৰত
ঘোপমৰা অন্ধকাৰে যেতিয়া আবৰে
ভৱিষ্যৰ সকলো পোহৰ; বুজনিৰ
এগছি সলিতা লই কিদৰে পাৰিবা
উজলাব তাৰ চুক? জানা তুমিয়ো নিজে,
বিজন মহেশ মোৰ শত জনমৰ
পুণ্য ধ্ৰুৱ তৰা, ত্যজি সিজনৰ আশা
দুৰ্ব্বহ জীৱন-ভাৰ সহিম কিমতে?
নহয়, নহয়, সখি! মহেশ-লাভৰ
আশা বিনে প্ৰাণ মোৰ নৰয় থকেকো।
তোমালোকে কোৱাগই পিতাৰ আগত,
ভগ্ন-মনোৰথ হই নাযাম উলটি;
পিতৃ-মাতৃ সবাকিকে মাগিলোঁ বিদায়।

বিজয়া—নাভাবিবাঁ, সখি ! ইয়াতে তোমাক এৰি
অকলই যাম আমি শুচি। যিদিনাই
হলা তুমি আশ্ৰম-সেৱিকা, আক আমি
হলোঁ সহচৰী, সিদিনাৰে পৰা আমি
সঙ্গী হলোঁ তিনিওটি জীৱনে-মৰণে।
পাৰ্ব্বতী—আকউ জগালা দুয়ো প্ৰাণৰ মাজত
জীৱনৰ মমতা নতুন। তথাপিও
মহেশ-লাভৰ আশা নুগুচে কদাপি
মোৰ অন্তৰৰ পৰা ; সেইদেখি আজি
চন্দ্ৰ-সূৰ্য্য সাক্ষী থই কৰিলোঁ শপত :—
তপস্যা বলেৰে লাভ কৰি মহেশক
জীৱনক সাৰ্থক মানিম ; নহলেও
তপস্যাতে ক্ষয়পাত কৰিম জীৱন।
জয়া—সখি ! এনে আলসুৱা কোমল দেহাৰে
পুৰুষৰো অসাধ্য তপস্যা, কি সাহেৰে
সাধিবৰ স্পৰ্দ্ধা ৰাখাঁ বাৰু ? কোৱা শুনো,—
ইমান কঠোৰ হেনো তপস্যা সাধন !
লাগিব পিন্ধিব নিতে বাকলি-বসন,
ভূমিত বাগৰি লাগে নিয়াৰ খুমতি,
ধৰিব লাগিব প্ৰাণ ফলমূল খাই।
ইয়াৰো বাহিৰে আছে মানস-ৰাজ্যত
প্ৰলোভন নিৰাশাৰ তুমুল সংগ্ৰাম ;
কেনেকৈ বাৰু এনে তপস্যাৰ বাবে
হঠাতে প্ৰতিজ্ঞাবদ্ধ হলা তুমি, সখি ?

পাৰ্ব্বতী—তপস্যাৰ কঠোৰতা মোৰ সুবিদিত ;
তাতোকৈও টান হলে তপস্যা সাধন
সাজু আছোঁ তাকো মই পালিবৰ বাবে।
তুমি যে সুধিছা, সখি ! দুঃসাধ্য তপস্যা
সাধিবৰ স্পৰ্দ্ধা কিয় ৰাখোঁ ; কোৱাঁ বাৰু,
চৰাচৰ প্ৰলয়ৰ মহান কাৰণ,
দেৱৰ পৰম দেৱ মহেশ শংকৰ
স্পৰ্দ্ধা কিয় ৰাখিছে হৃদয়ে ? এনে মহা
আশা যদি ধাৰণ কৰিব পাৰে প্ৰাণে,
পাৰিব লাগিব তাকো কৰিব সাধন।
বিজয়া—তপস্যাই হল যদি প্ৰতিজ্ঞা তোমাৰ ;
আশ্ৰমত ঘটা এই সকলো কাহিনী
জনাই অচিৰে তেন্তে বজাৰ আগত
ইয়াতেই লগ আমি হমহি তিনিও।
পাৰ্ব্বতী—ভাল কথা ; হক তেন্তে সেয়ে। যোৱাঁ দুয়ো,
পিতৃ-মাতৃ সন্নাটিকে জনাবা বিৱৰি
নিস্ফল কৰুণ এই দাৰুণ বাতৰি ;
প্ৰাণ ভৰি আশীৰ্ব্বাদ্ দিয়ে যেন সয়ে।—
যাম সঁচা আন ঠাইলই ; কিন্তু, হেৰা !
যাবৰ বেলিকা কিয় এটি কথা মোৰ
মনে মনে পৰিছে মনত ? আশ্ৰমৰ
তৰু-লতা পশু-পখী সকলোৱে যেন
আজুৰি ধৰিছে পিছলই ! সখী-অই !
কেনে ভালপাইছিলোঁ হিয়া উবুৰাই

আশ্ৰমৰ উদাসীন সকলো প্ৰাণীক।
কিন্তু মোৰ কি পোৰা কপাল। কোনে যেন
নিকুঞ্জত দিছে আঁকি নিকুঞ্জ লতাৰে
নবীন যৌৱন-মুগ্ধা এই অভাগীৰ
প্ৰণয়ৰ নিস্ফল কাহিনী॥ আশ্ৰমৰ
নিকুঞ্জ-মণ্ডপ, ভগা বিয়া এখনিৰ
বাহি বভা-তল যেন লাগিছে উকণ্ডা।

শোকত তলমুৰ হয়।

বিজয়া—আকৌ সখি! নকৰিবা বেজাৰ। আশ্ৰমৰ
নিকুঞ্জও তোমাৰ দুখতে চোৱাঁ বাক
কেনে ম্ৰিয়মান। জঁয় পৰি গল ফুল,
চৰায়েও গীত এৰি নিতাল মাৰিলে!
দেখি ক'ব সকলোৱে,—দেবী পাৰ্ব্বতীৰ
লাৱণ্যই আশ্ৰমত অকাল বসন্ত
কৰিছিল সূচনা এদিন; লগতেই
লই গল তেওঁ তাৰ সকলো মাধুৰী।

পাৰ্ব্বতী—( আঠুকাঢ়ি ) হে দেৱ বনস্পতি! এই অভাগীৰ
অপৰাধ ক্ষমিবা সকলো; শেষবাৰ
জনাওঁ প্ৰণতি। অভাগীৰ কাৰণেই
হল ভস্ম পঞ্চশৰ হৰৰ কোপত।
তুমি হে দেৱাদিদেৱ। এই অযাচিতা-
পাৰ্ব্বতীৰ দুঃসাহস জানি, কন্দৰ্পক
কৰিবা উদ্ধাৰ। আক—আক—। আশ্ৰমৰ
অধিবাসী সকলোটি—নীৰব সাধক—

দেৱদাৰু, অশোক, পলাশ, নাগেশ্বৰ,
কাঞ্চন, কৰবিৰ ! মাগিলোঁ মেলানি আজি।
দিছিলা আটায়ে মেলি অন্তৰ-দুৱাৰ ;
মোৰো হিয়া উবুৰাই সকলো চেনেহ
যাচিছিলোঁ মুৰি সবাটিকে ! মহেশ্বৰ
প্ৰণয়-বাঞ্ছিতা লাঞ্ছিতা কামিনী বুলি
নিঘিণোৱাঁ যদি, লোৱাঁ আজি ভেন্তে মোৰ
হৃদয়ৰ কৰ এই অশ্ৰুৰ অঞ্জলি।

দৃশ্যপট সলনি হয়

## দ্বিতীয় দৃশ্য

হিমালয়ৰ অন্তঃপুৰ

মেনকা—প্ৰাণনাথ ! পৰাণতকৈও প্ৰিয় মোৰ
পাৰ্ব্বতীক এৰি থই মহেশাশ্ৰমত
নিশ্চিন্তে আছেহি সচা ; কিন্তু মোৰ মনে
সহা নাই এতিলকে ! পাৰ্ব্বতীৰ কথা
সুঁওৰে মনৰ পৰা। আজলী ছোৱালী
মোৰ ; জানোচা পাইছে দুখ। জানো তাই
ছাগকে দেখিছে বাঘ !! কইছিলোঁ মই,—
নালাগে, নিদিওঁ মই হবত বিবাহ ;

কঠোৰ সন্ন্যাসী তেওঁ, কি বুজিব দুখ
আলসুৱা পাৰ্ব্বতীৰ ! কন্যা একেকেৰি ;
আলোলোৱা কৰি মই তুলিলোঁ-তালিলোঁ,
এতিয়াও তাই মোৰ কান্দি ভাত খায়।
হিমালয়—পাষাণ-পৰাণ মই ; কিন্তু মোৰ এই
শিলা হিয়া ভেদি যিটি নিজৰা বাগৰে,
পানী তাৰ সুমধুৰ, ফটিকৰ ধাৰ !
কন্যা মোৰ পাৰ্ব্বতী তেনুৱা। আৰু মোৰ
কিৰীটিত চিৰকাল শান্তিৰে নিদ্ৰিত
শুভ্ৰ তুষাৰৰ দৃষ্টি লৱণু-কোমল ;
কিন্তু তাৰ স্পৰ্শ জানা বজ্ৰ-সুকঠিন,—
গৌৰী মোৰ জানিবা তদ্ৰূপ। চেনেহৰ
উমি উমি তাপ পাই যাৰ খোজে গলি,
কঠুৱা হাতৰ বাবে তাই কিন্তু বলী।
মেনকা—বাৰ-বুৰ বহণোৱা কথা সাজি কই
টুটুৱাই ৰাখিছে সদায় ; আজি মই
নেৰোঁ সেইদৰে। এতিয়াই দূত পাঁচি
এদিনলৈ পাৰ্ব্বতীক আনিব মতাই।
হিম ( হাঁহি হাঁহি )—ইদৰে পাতল মন দেখুৱা কিয়নো ?
সেইহে অবলা বোলে তিকতা জাতিক।
বাৰু, মই দূত পঠিয়াই এতিয়াই
অনাম বাতৰি ; শুনিবা দূতৰ মুখে,
আশ্ৰমত-আছে গৌৰী ৰঙে-ধেমালিৰে।
দূত ! ( দূত সোমাই আহে )

তই মহেশ্বৰ কাষলই গই
প্ৰীতি মোৰ জনাবি বিনয়ে ; আৰু ক'বি
সুধিছে বজাই পাৰ্ব্বতীৰ শুভাশুভ
সকলো বাতৰি তোৰ মুখে। যাবি শীঘ্ৰে।

দূত—মহাৰাজ! উলটিম শীঘ্ৰে মই, লই
আশ্ৰমৰ পাৰ্ব্বতীৰ সকলো বাতৰি।

ওলাই যায়।

মেনকা—নকলে কিয়নো তাক, নিজে দেখা কৰি
জনাবহি লাগে মোক গৌৰীৰ বাতৰি।

হিম ( হাঁহি )—আজিয়েই শেষ কৰি সকলো বাৰতা
আনা যদি তোমাৰ কন্যাৰ, আনকালে
কিটো শুধি তুমি মোক কৰিবা আমনি ?

মেনকা ( আঁতৰি )—সুধিলে আমনি যদি পায় এনেদৰে
নোসোধোঁ আজিৰপৰা। ক'তনো দেখিছা ?
এনে কাঠচিত্তীয়া নে হিয়া পুৰুষৰ ?
মাকৰ বুকুৰপৰা চিৰি পোৱালীক
কৰবাত এৰি থই আছি, ভাল বেয়া
বাতৰিও লবলই এনে টান পায়।

হিম ( গাত ধৰি )—পুৰুষৰ কঠুৱা হৃদয় পমাবৰ
কাৰণেতো, বিধাতাই বচিলে ইদৰে
মেনকাৰ পৰাগত প্ৰণয়-সুৰুগা!
নোহোৱাহেতেন মোৰ মেনকা-সুন্দৰী,
এই গিৰি-হিয়াৰ মাজেদি, মন্দাকিনী
বোৱালেহেতেন কোনে শৈলজা স্বৰূপা ?

মেনকা—বাক, নাথ। আশ্রমলৈ কিমান দূৰত ?
হিমালয়ে একাণপতীয়া হৈ বাটলৈ চায়।
হিম—কিনো কথা। দূত কিয় আহিল উলটি ?
দূত সোমাই আহে।
দূত। কিয়, কি কাৰণে আহিলি উভতি ?
দূত—বাটতেই লগ পালে'। জয়া-বিজয়াক!
হিম—আহিছেনে উমা মোৰ দুই সখী স'তে ?
জয়া-বিজয়া সোমাই আহে।
কোৱাচোন, পাৰ্ব্বতীক এৰি তোমালোকে
হঠাতে আহিলা কিয় গুচি ? আশ্রমত
আছে নে পাৰ্ব্বতী মোৰ কুশলে-কল্যাণে ?
বেজাৰৰ ছমুনিয়া দেখিছোঁ মুখত ;
বুজিছোঁ, অনৰ্থ কিবা ঘটিছে নিশ্চয়!
কোৱা মোক, নকৰিবা অলপো পলম।
জয়া—মহাৰাজ! আশ্রমত তিনিও সখীয়ে
আছিলোঁ সুখেৰে, মহেশৰ শুশ্ৰূষাত
অৰ্পি কায়-চিত্ত ; কৰিছিল কৃপালাভ
কুঁৱৰীয়ে মহেশৰ পদ-সেৱা কৰি।
এনেতে এদিন হল সেই আশ্রমত
অকালতে বসন্ত উদয় ; ফুল তুলি
হৰৰ পদত যাচি দিছে কুঁৱৰীয়ে,
এনেতে মদনে, চল চাই এৰি দিলে
ফুল-শৰ দুইকো খিয়াই ; লাগিল
মহেশৰ গাত, হানিলে নিৰ্ম্মমভাৱে

সেয়ে কুমাৰীক ; খণ্ডত হবই, দেহি !
ভষ্ম কৰি মদনক নয়ন-অগ্নিৰে
ততালিকে পৰিত্যাগ কৰিলে আশ্ৰম ।
হিম—আঁটিছে এয়েই । হায় ! সুখ বাঞ্ছা কৰি
মাৰদৰ নিৰ্দ্দেশত কৰিলোঁ ইয়াকে !!
কিন্তু, বৰা ; কত মোৰ দুহিতা-ৰত্ন ?
বিজয়া—দাৰুণ যাতনা লভি পুষ্প-আঘাতত
প্ৰতিজ্ঞা কৰিছে কুমাৰীয়ে,—আচৰিব
তপস্যা কঠোৰ ; হয় তাত লাভ হ'ব
মহেশ-ৰতন, নহলে এৰিব দেহা !
মেনকা—এয়ে মোৰ আছিল ভাগ্যত ! পৰম্পদ
আশা কৰি, হেকৰাওঁ হাতৰ ধনকো !!
জয়া মহাৰাজ ! নগৰৰ বহু নিলগত
অগাধ হাবিত গই আশ্ৰমৰ বাবে
কৰি ললে কুমাৰীয়ে স্থান নিৰূপণ ।
হিম—য'তে হক লাগে সেই ঠাই, তোমালোকে
তোতো যেন পাৰ্ব্বতীক নেৰিবা অকলে ।
বিজয়া—মহাৰাজ ! আমাৰো যে সেয়ে অভিলাষ !
নিবেদিবলই বাৰ্ত্তা আহিলোঁ এবাৰ ।

দুয়ো ওলাই যায় ।

মেনকা—এয়ে হ'ল, মহাৰাজ ! শেষ ফল তাৰ ?
মেনকাৰ কপালত ভাগ্য-বিধতাই
ইয়াকেহে ৰাখিছিল লিখি ? বাঘ-ঘোঙ
ভালুকৰ মাজত অকলে, পাৰ্ব্বতীয়ে

তপস্যা কৰিব ? কি কৰিলে, মহাৰাজ !

শোকত তলমূৰ হয়।

হিম—অনুতাপে শেল হেন বিন্ধিছে বুকত !
পাপী মই, আৰ্জ্জি ললোঁ নিজ কৰ্ম্মফল।
পাৰ্ব্বতীৰ প্ৰতিজ্ঞা অটল ; জানো মই
বিনা-সাধনাই গৌৰী নাহিব উলটি।
কিন্তু সিদ্ধি-লাভ ? তুমি জানা, দয়াময় !

দৃশ্য-পট সলনি হয়।

## তৃতীয় দৃশ্য

অম্বৰ অসুৰৰ ঘৰ—মায়াৱতী বেশী ৰতি অকলে

ৰতি—অদৃষ্ট !! চুচকু থাকি যাক দেখা নাই,
কিন্তু যি আপুনি আহি মুখে মুখে চাই
বিপন্নক কৰে পৰিহাস, তাকে বোলে
'অদৃষ্ট' হবলা ! ঠিক কথা ! তাৰে স'তে
প্ৰথমে প্ৰথমে আজি হলোঁ পৰিচিত।
মোৰ কি কপাল ! —দেৱতাৰ হিত চিন্তি
পতি মোৰ পঞ্চশৰ গল ভস্ম হই
মহেশৰ নয়ন অগ্নিত ! ভাবিছিলোঁ,
জাপ দি অগ্নিত, কৰোঁ দুখৰ সমাধি ;
পৰম দয়ালু কিন্তু আকাশীবাণীয়ে
দিলে বৰ,—মদনক পাবি পুনৰায়।

ইপিনেদি সম্বৰক উদগাই মোক
পতিৰ গৃহৰ পৰা কৰালে হৰণ —
এয়ে হ'ল ফল পুণ্য আকাশী-বাণীৰ!
ভাগ্যে, মই মায়াৱতী; সিদেখি নিতউ
অসুৰৰ পাপ বাঞ্ছা হইছে নিস্ফল;
সম্বৰিব পৰা নাই মোক। এয়ে লাভ!
সাজি দি শয্যাত তাক ৰতিৰ মূৰতি
এয়া মাথোঁ আছিলোঁ পলাই; মূৰ্খ সি যে,
কাল্পনিক ৰতি-সুখ ভুগিছে চামই!
থাক তাতে কীট নৰকৰ, —পচি ভোৰ
মনে-পত্তা পাপৰ শয্যাত! নোৱাৰিবি
মোক তই নমাব তালই।

অলপ পৰ ইচাট-বিচাটকৈ ঘূৰি থমকি ৰয়।

অ' সম্বৰ!

বুজিলিহেঁতেন যদি সতীত্ব-মহিমা,
দেখিলিহেঁতেন অপৰূপ জ্যোতি তাৰ
খন্তেক সময়ো, জানিলিহেঁতেন যদি
সন্তাপৰ চিতাজুয়ে বিৰহী সতীক
দহি নিতে মাৰে কেনেকই, তয়ো হেৰ'—
তয়ো তেতিয়াও পাৰিলিহেঁতেন জানো
খুজিব হৰিব মোৰ সতীত্ব-ৰতন?—
কিয় দোষোঁ তোক! ইযে মোৰ ভাগ্যৰ অৰ্জন!!

( নেপথ্যত )—মায়াৱতি! মায়াৱতি!

ৰতি—পালেহি আকউ সেই দুৰ্জন অসুৰ!

ৰতি ওলাই যাব খোজে। সম্বৰ সোমাই আহে।

সম্বৰ—মায়াৱতি! অকলে ইয়াত কি কৰিছাহি?

ৰতি—সম্বৰ! তুমি আহিবা, আহিবা, বুলি ইয়াতে অথনিৰে পৰা বাটচাই আছোঁ।

সম্বৰ—কেলেই, এয়া মাখোন তোমাক ভিতৰতে এৰি মই ইয়ালৈ আহিছিলোঁ; তুমি আগ যি হলাই, অথনিৰে পৰা ইয়াত থাকিবলৈ পালা কেনেকৈ ?

ৰতি—ক'ত নো অথনিৰে পৰা ? বোলোঁ, এয়া আহি তোমালৈ বৈছোঁ মাখোন।

সম্বৰ—তুমি বাৰু মোতকৈ আগ হলাহি কেনেকৈ ?

ৰতি ( হাঁহি )—মানুহনো কেনেকৈ আগ হয়হি তুমি তাৰো ভু নোপোৱা হলা! বোলোঁ আকৌ-কেচুৱা হোৱাঁ তেনে-হলে ( হাতৰ তলুৱা চুখনৰ ভিতৰত দেখুৱাই ) ইমানটি হোৱাঁ।

সম্বৰ—মই সিমানটি হলে তুমি কিমানটি হব লাগিব কোৱাঁচোন, মায়াৱতি!

ৰতি—মই আৰু ইমান হৈয়ে থাকিম; সদলি হম কিহৰ জগৰত ?

সম্বৰ—কেলেই, মোৰ জগৰত!

ৰতি-সেই জগৰে আমাক ধৰি নিনিলেহে পাৰিছে, বোৱাঁ।

অলপ আঁতৰি যায়।

সম্বৰ—কি, মায়াৱতি! তুমি তেনেহলে মোক ভাল নোপোৱাঁ ?

ৰতি( চাপি আহি)—তোমাক যে ভালনাপাওঁ, ভাল পাওঁ কাক, সম্বৰ।

সম্বৰ ( মিচিকিয়াই )—তেনেহলে নো আঁতৰি যোৱাঁ কেলেই ?

ৰতি—ক'তনো আঁতৰি গলোঁ, হেঁ ? এনে অকৰা মানুহনো ক'ত দেখিছা—ধেমালি কৰিলেও ধেমালি বুবুজে। পিছে, মোক সিদিনা কম বোলা কথাটো কোৱাঁ এতিয়া ?

সম্বৰ—কি কথা টো নো ?

ৰতি—ইঃ, এতিয়া পাহৰিলাই ? সেই অমৰণ বৰ পোৱা কথা ?

সম্বৰ—অ, এতিয়া মনত পৰিছে। মায়াৱতি ! মোৰ জীৱনৰ এইটোৱেই ঘাই গুপুত কথা। তুমি মোৰ অতি আপোন গুণে তোমাকহে আজি সেই কথা ক'ম। তুমি কতো নুলিযাবা, দেই ?

ৰতি—তুমি মোকো অবিশ্বাস কৰাঁ নে ?

সম্বৰ—নকৰোঁ, শুনা। ব্ৰহ্মাৰ বৰত মই অমৰ। কোনো দেৱতা বা নৰে মোক মাৰিব নোৱাৰে। কিন্তু সিদিনা নাৰদে মোক মোৰ এটা বিপদৰ কথা কৈ গল, বোলে শ্ৰীকৃষ্ণৰ ঔৰসত যদি কোনো পুত্ৰ-সন্তান জন্মে, তেন্তে মোৰ প্ৰাণৰ আশঙ্কা।

ৰতি—শ্ৰীকৃষ্ণৰ জানো কিবা সন্তান জন্মিছে ?

সম্বৰ—সেইদেখি সম্প্ৰতি মোৰ ভয়ৰ কাৰণ হোৱা নাই। কিন্তু কৃষ্ণৈ হেনো অলপতে কুণ্ডিলৰ ভীষ্মক ৰজাৰ জীয়েকক নিয়া দিছে, আৰু তেওঁ গে সেই কন্যা ৰুক্মিণীক বিদৰ্ভ দেশৰ পৰা হৰি আনিছে। এওঁলোকৰ প্ৰথম লৰাটি হলে—

ৰতি—প্ৰথম লৰাটি হলে তুমি কি কৰিবা ?

সম্বৰ—তেতিয়াই তাক ছল কৰি হৰি আনিম।

ৰতি— হৰি আনি ?

সম্বৰ—হয় বধ কৰিম, নহয় পানীত পেলাম। তেতিয়াই মোৰ মৰণৰ ভয় গুচিব আৰু তোমাৰে সৈতে চিৰকাল আনন্দ ভোগ কৰি ৰব পাৰিম।

ৰতি—( এফলীয়া কাটি )—হে ঈশ্বৰ! তেতিয়া হলে মই আৰু চিৰকাললৈ এই নৰকৰ দুৰাৰদলিৰ বাহিৰ ওলাব নোৱাৰিম। ( অলপ বৰকৈ ) বাৰু, তাৰ উপায় চিন্তা হব।

ৰতি—কি ভাবিছ', মায়াৱতি! কিহৰ উপায় চিন্তিবা ?

ৰতি ( উচপ খাই )—উপায় ?—অ' তোমাক সহায় কৰিবৰ উপায় বিচাৰিছোঁ, সম্বৰ!

সম্বৰ—পাছে ভাৱ দিহা হব; এতিয়া যাওঁ আহাঁ।

দুয়ো ওলাই যায়।

## চতুৰ্থ দৃশ্য

### গৌৰীশিখৰ

গাত ছাল-বাকলি মেৰিয়াই তপস্বিনী পাৰ্ব্বতী; কাষতে জয়া-বিজয়া, আৰু সমুখত ব্ৰহ্মচাৰীৰ ছদ্ম পৰিধানেৰে শঙ্কৰ।

পাৰ্ব্বতী—প্ৰণমো বিনয়ে, মুনিবৰ! কিনো মোৰ
পুণ্যফলে হল এই শুভ দৰশন ?
তব সৌম্য মূৰ্ত্তি দেখি হয় এনে ভাৱ—
বিৰাজিছে এটি দিব্য স্বৰ্গীয় প্ৰেৰণা

মূৰ্ত্তি ধৰি এই আশ্রমত। দয়া কৰি
দিব জানো অভাগীক নিজ পৰিচয় ?
শঙ্কৰ—ব্ৰহ্মচাৰী, দেবি ! মই ; এই অৰণ্যতে
আছোঁ আজি বহুত বছৰ। কিছু দিন
হল, শুনিছোঁ লোকৰ মুখে, ইয়াতেই
আহি বোলে হিমাদ্রিৰ তনয়া পাৰ্ব্বতী
আচৰিছে তপ ঘোৰতৰ। কৌতূহল
হল ; আহিলোঁ চাবৰ বাবে। কোন তুমি ?
বিজয়া—তেৱেঁ সেই তপস্বিনী হিমাদ্রি-তনয়া।
শঙ্কৰ—তুমিয়ে নে হিমাদ্রি-তনয়া ? যদি হোৱাঁ,
কৌতূহল তেনে মোৰ বাঢ়িল দুগুণে।
ভুবন-মোহিনী তুমি! কতো দেখা নাই
ইহেন নন্দনময় ৰূপৰ তুলনা।
নিজে তুমি তপস্যাৰ ধন ; পাবলই
তোমা হেন স্বৰ্গীয় ৰতন, নৰতৰ
লোকে কৰে তপস্যা কঠোৰ। কিন্তু তুমি
নিজে বাৰু কিবা হেতু তপ আচৰিছা ?
তোমাৰ পিতায় হিমাচল ; সেইদেখি
নিদিও মনত ঠাই—ঐশ্বৰ্য্যৰ বাবে
পাৰা তুমি তপস্যা কৰিব। আনপিনে,
কথা নাই যদি তুমি স্বামীৰ প্রার্থনা,
সুধুৱোঁ কি বাবে তুমি তপ আচৰিবা !
জয়া—শেষৰ কথাই তেন্তে সচা, মুনিবৰ !
শঙ্কৰ—কি কোৱা ? পতিৰ হেতু তপস্যা আচৰে

এই দিব্য নিৰুপমা সৌন্দৰ্য্য-ৰাণীয়ে ?
এনে বিপৰীত কথা কই তোমালোকে
নকৰিবা মোক আচৰিত। যদি হয়,
কোৱা তেন্তে কোন সেই অহঙ্কাৰীজন
যাৰ মিছা উপেক্ষাই হিম-দুহিতাক
প্ৰণয়ত এনেদৰে কৰিছে আকুল ?
বিজয়া—শুনা তেন্তে, মুনিবৰ। উপেক্ষি দেৱতা,
নৰ, গন্ধৰ্ব্ব, কিন্নৰ আদি, কুঁৱৰীয়ে
কৰিছেহি হৃদয়ত হৰৰ সাধনা।
শঙ্কৰ—জটাধাৰী মহেশক পতি বাঞ্ছা কৰি
ভুবন-মোহিনী পাৰ্ব্বতীয়ে, আচৰিছে
ই হেন তপস্যা ? অসম্ভৱ। অসম্ভৱ !!
পাৰ্ব্বতি। সন্দেহ মোৰ কৰা দূৰীভূত ;
সচাকৈয়ে কি কাৰণে তপস্যা কৰিছা ?
কেনে দিব্যাঙ্গনা তুমি ! জনম-ভিকহু
সৰ্পৰ ভূষণধাৰী কদাকাৰৰূপী
শঙ্কৰক পতি বাঞ্ছা কৰি, অভিশাপ
বাহি লোৱা কথা, তোমাৰ সখীৰ মাথো
উপহাস বুলিয়েই পাৰিছোঁ ভাবিব।
পাৰ্ব্বতী—অভিশাপ ? কিয় অভিশাপ, মুনিবৰ ?
দেৱৰ পৰম দেৱ, সৃষ্টি অন্তকাৰী
মহেশৰ আৰাধনা উপহাস বুলি
কিয় কয় ? সচাকৈয়ে জন্মে জন্মে যেন
পতিৰূপে পাওঁ মহেশক, তাৰ বাবে

কঠোৰ তপস্যা মই আচৰোঁ ইদৰে;
নহলে তপস্যা সিদ্ধি, ইয়াতে নিশ্চয়
মোৰ এই দেহ-সজ্জা এৰিম আপুনি ।

শঙ্কৰ—ব্ৰহ্মচাৰী মই ; সৎ উপদেশ মোৰ
আকউ এবাৰ শুনি চোৱাঁ নিজে গুণি ।
এই হেন ৰূপ-লাৱণ্যও তপেৰে হে
কেতিয়াবা লাভ কৰা যায় : কিন্তু তুমি
নিন্দিছা বজ্জিত এই সৌন্দৰ্য্য-গৰিমা !
সি দুটি নিতম্ব আৰু উৰুত তোমাৰ
বাকলি বসন পিন্ধি, হেয় কৰা কিয়
এই স্বৰ্গীয় বিভৱ ? চন্দন-পূজিত
সেই স্তন-যুগলক কৰি অনাদৰ
অজোঁতাক কৰা হিংসা কিয় ? কিয় বাৰু
দিনে-ৰাতি কায়-ক্লেশে স্বৰ্গীয় জেউতি
এইদৰে পেলোৱাঁ মোলান ? যদি তুমি
আন তপ কৰিলাহেতেন, অতি সঙ্ক
বুলিলোঁহেতেন । কিন্তু তুমি শঙ্কৰক
তপস্যা কৰিছা ? দেখিছোঁ নিজেই মই
সেই সন্ন্যাসীক ; সি যে অতি ভয়লগা
সৰ্পেৰে ভূষিত কায়, তাৰ স্পৰ্শ-দুখ
কি মতে নো সহিবা, সুন্দৰি ! তোমাৰ ই
আলসুৱা কুলাম দেহত ? এতিয়াও
কওঁ মই, তপ এৰি বোৱাঁগৈ উলটি ;
কৰাঁ সুখে অধিষ্ঠান হিমাদ্ৰি পুৰুত ।

শ্মশান-সন্ন্যাসী সেই ভিক্ষাৰীক তুমি
নকৰিবা পতি অভিলাষ । মদনৰ
ধনু যেন এই ভ্ৰূযুগলে, কৰি দিব
অযাচিতে শ্ৰেষ্ঠ বৰ তোমাৰ অধীন ;
বাঞ্ছা যোগ্য স্বামী, মোৰ এয়ে উপদেশ ।

পাৰ্ব্বতী—কি বুজিবা তুমি, হেৰা সামান্য সন্ন্যাসি !
শঙ্কৰৰ অতুলন অপূৰ্ব্ব মহিমা ?
বাহিৰত দেখি সেই সৰ্পৰ ভূষণ,
গাত-ভস্ম ধূলি সনা, শিৰ জটাধাৰ,
কোন সাহে কদাকাৰ বুলিলা হঠাতে ?
জনম-ভিকহু বুলি নিন্দি তুমি এই
চৰাচৰ জগতৰ মহান পতিক
কিয় কৰা পাপৰ সঞ্চাৰ ? যি জনেই
ঐশ্বৰ্য্যৰ মহা মূলাধাৰ, যাৰ পৰা
ৰূপ-গুণ, বিষয়-বাসনা, সুখলাভ
কৰিছে জগতে, নিন্দা কৰা সিজনক ?
যাৰ বাবে আজি মোৰ শত জনমৰ
হৃদয়-আবেগ সঁপি দিছোঁ সাধনাত,
সিজনৰ নিন্দা শুনি কোন শকতিৰে
পাৰোঁ বাক থাকিব থিৰেৰে ?
( জয়া-বিজয়ালৈ চাই )—সখীহঁত !
যদিও সকলো গুণে পূজনীয় এই
দুৰ্ভগীয়া ব্ৰহ্মচাৰীজন, তেওঁ হেৰা,
শুনিলেও পাপ হয় ইজনৰ কথা ।

কোৱা, তেওঁ সসম্মানে এই ঠাই এৰি
এতিয়াই আঁতৰি পলক—

শঙ্কৰ—শুনা হেৰা!—

পাৰ্ব্বতী—আৰু বাৰ? অসহ্য! অসহ্য!! সখীহঁত!
যাওঁগই আন ঠাইলই; কলুষিত
হল মোৰ এই তপোবন, দুৰ্ব্বণীয়া
সন্ন্যাসীৰ পাপপূৰ্ণ শঙ্কৰ-নিন্দাৰে।

পাৰ্ব্বতী যাবলৈ বুলি যাওঁ ভৰি আগবঢ়ায়; জয়া-বিজয়াই সকলো সজুলি বুটলি লব খোজে। এনেতে শঙ্কৰ সন্ন্যাসীৰ ছদ্মবেশ দলিয়াই পেলাই আগত ঠিয় দিয়াত, পাৰ্ব্বতী ন-যযৌ-ন-তস্থৌ হয়।

শঙ্কৰ—ক্ষমা কৰা; তোমাৰ সি নিন্দিত শঙ্কৰে
তপস্যাত তুষ্ট হই বন্দিছে তোমাক।

আঁৰ-কাপোৰ

——— ———।

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

### দ্বাৰকাৰ ৰাজসভা

শ্ৰীকৃষ্ণ অকলে কিবা ভাবি থাকে। দূত সোমাই আহি সেৱা জনায়।

দূত—কুণ্ডিলৰ দূত প্ৰভু। দুৱাৰ মুখত।

কৃষ্ণ—কুণ্ডিলৰ ৰাজদূত? উপযুক্ত বেলা
সি আহিছে। মাতি আন তাক এতিয়াই।

দ্বাৰকাৰ দূত ওলাই যায়; পাছতে কুণ্ডিলৰ দূত সোমাই আহি প্ৰণাম জনায়।

কিনো দূত? কুণ্ডিলৰ পূজ্য নৃপতিয়ে
কিয় পঠিয়ালে তোক? আছেনে ৰাজ্যত
সদউ কুণ্ডিলবাসী কুশলে-কল্যাণে?

দূত—সবাৰে কুশল, প্ৰভু। কুণ্ডিল পুৰত।
ৰাজমহাদেৱে মাথোঁ। কুঁৱৰীৰ কাণে
বাতৰি লবলৈ মোক দিলে পঠিয়াই।
দ্বাৰকাৰ ৰাজদূতে কোৱাৰে পৰা
সেই অসুখৰ কথা, চিন্তাকুলা ৰাণী;
আহিবৰ বাবে মোক নিদিলে অৱশি।

কৃষ্ণ—বৰ সজ কথা। উপযুক্ত বেলাতেই
পঠিয়ালে মহাদেৱে তোক। ৰাখি তেওঁ,

ৰজা। আৰু মহাদেই তুইকো আমাৰ
সবিনয়ে জনাবি প্ৰণাম ; কবি বাৰ্ত্তা—
ৰাজনন্দিনীৰ এটি জন্মিছে সন্তান ;
সুলক্ষণা পুত্ৰ মোৰ সকলো পিনেই.
জীয়েকো কুশলে আছে সূতিকা ঘৰত ।

দূত—প্ৰভু ! মোৰ সেৱা তেন্তে কৰিব গ্ৰহণ ।

যাব খোজে

কৃষ্ণ—আৰু এটি কথা, দূত ! ক'বি নৃপতিক
ৰাজমহাদেৱে যেন এনে শুভক্ষণত
যাৰ কাত্ত এটিবাৰ ধূলা চৰণৰ
কৰেহি ৰঙেৰে দান । কেনে ভালপাম
দেখি এনে সুখ সময়ত ! জীয়েকেও
কেনেনো হৰিষ দেখি লভিব মনত !
যাক, দূত ! যেনে তেনে আছে যেন বাণী ।

দূত—লগোঁ। তুমি আদেশ শিৰত ; তত্তালিকে
গৈ মই ৰাজনক জনাম বাতৰি ।

ওলাই যায় ।

কৃষ্ণ—দৰশন লাভ হলে প্ৰথম পুত্ৰৰ,
সচাকৈ উদ্ধাৰ হয় পুৰুষ জীৱন ।
কিমান পৱিত্ৰ এই পুত্ৰ দৰিশন !
অহা দেখি স্বৰগৰ পৰা আৰু এটি
নতুন অতিথি, মৰতত, কেউপিনে
বাজে যেন সকলোৱে মঙ্গল উৰুলি ;
দেৱৰ দুন্দুভি উঠে বাজি আকাশত !

পিতৃ-মাতৃ জ্ঞাতি-বন্ধু সবাকে ভ্ৰান্ত
অভিনয় কিবা এটি আমাদাই যেন
মূৰ্ত্তি ধৰি উঠে নাচি নানা ভঙ্গিমাৰে !!
সচা, সচা ! ইয়বেই মানৱক আহি
সংসাৰৰ মায়াজালে ধৰে মেৰিয়াই।

ভিতৰত কান্দোনৰ ৰোল শুনি হঠাৎ থমকি ৰয়।

ই কি ? ভিতৰত কোনে যেন ক্ৰন্দনৰ
ৰোল দিয়ে তুলি ! সচাকৈয়ে বাক এনে
আনন্দত নিৰানন্দ আহে ক'ৰ পৰা ?

ৰুক্মিণী—( ভিতৰত কান্দি কান্দি )
কোনে নুমুৱালে মোৰ প্ৰাণৰ প্ৰদীপ ?
হে প্ৰভু, জীৱন-নিধি পাই হেৰুৱালোঁ। !

কৃষ্ণ—সচাকৈয়ে। ৰুক্মিণীৰ মাত যেন শুনো।
কিবা অমঙ্গল জানো সূতিকা ঘৰত ?
বেগাই সোমাই আহে।

দূত—ঘোৰ অমঙ্গল প্ৰভু ! সূতিকা ঘৰত।
শুৱাই থোৱাৰে পৰা কেচুৱা পোনাটি
ক'ৰ পৰা কোনে জানো গল হাৰ লই !

কৃষ্ণ—বৰ টান কথা ! নাছিল কেও নে বাক
সূতিকা ঘৰত ? নাছিল কাৰত বাক ?

দূত—সকলো আছিল প্ৰভু ! তথাপি যেখোন
সবাৰে মাজৰ পৰা লৰা কেনি গ'ল,
কোনেও নাজানে ! সকলো বিবুধি-প্ৰায় !

কৃষ্ণ—সুবুজোঁ। চক্ৰনা কৰি কোন দেৱতাই
পুত্ৰ মোৰ নিছে পলুৱাই। বল, দূত!
শুনোগই সবিশেষ সকলো কাহিনী।

দূতো ওলাই যায়।

## দ্বিতীয় দৃশ্য

### শ্ৰীকৃষ্ণৰ ভিতৰ চ'ৰা

হাতত বীণ লৈ নাৰদ গীত গাই সোমাই আহে।

গীত—ৰাগ কেদাৰ

শুনহ মনাই, কিছু থিৰ নাই, জীৱন যৌৱন জায়া।
পুত্ৰ কন্যা ভাই, সবে ঠাই ঠাই, মিছা মৰীচিকা মায়া॥
শিশিৰ-মাণিক জলে চিকমিক অৰুণ চুম্বন পায়া।
জলত তাকৰে শোষে একতিলে, নাৰহে সুন্দৰ কায়া॥
নশ্বৰ দেহৰ এহি পটন্তৰ, বিষয়-বাসনা ছায়া।
ত্যজহ ই সব, ভজ হৰিপদ, সেহিসে কৰিবে দয়া॥

গীতৰ অন্তত শ্ৰীকৃষ্ণ সোমাই আহে।

কৃষ্ণ—আহাঁ মোৰ সুহৃদ্ নাৰদ! মোৰ এই
শোকৰ ভাৱনা তুমি দূৰোৱাহি এবাৰ।
নাৰদ—কিবা কয়, প্ৰভু! মই বুজো একোকে।
আপোনাৰ শোকৰ ভাৱনা? জগতৰ
আদি-অন্ত সৃষ্টি-স্থিতি সংহাৰ-নাটৰ

মহা ভাওনাৰ যেয়ে মহা নাট্যকাৰ,
তেওঁৰেই শোকৰ ভাওনা ? ভাটি-পাতি
নকলে এবাৰ, বুজোঁ একোকে মই।

কৃষ্ণ—নোলায় মুখত মাত শোকৰ হেঁচাত ;
তথাপিও কওঁ শুনা। এটি পুত্ৰ মোৰ
জন্মিছিল অতি সুকুমাৰ ; কিন্তু হেৰা,
সূতিকা-ঘৰৰপৰা চকুপচাৰতে
কৰবাৰ লৰা যমে নিলে তাক হৰি।

নাৰদ—বুজিলোঁ এতিয়া প্ৰভু ! তেতিয়া নো বাৰু
নাছিল নে কোনোৱেই সূতিকা ঘৰত ?

কৃষ্ণ—আছিল ৰুক্মিণী নিজে পুত্ৰৰ কাষত।

নাৰদ—সঁচাকৈয়ে আচৰিত লাগিছে সকলো !

কৃষ্ণ—ভাবিছোঁ, নাৰদ ! আমি পূৰ্ব্ব জনমত
আচৰিলোঁ কিবা মহাপাপ ; তাৰ বাবে
বিধাতাই আজি, হায় ! দণ্ডিছে ইমানে।

নাৰদ—আপুনি স্বয়ং প্ৰভু ! সমাৰে সাক্ষি ;
সংসাৰত থাকি মাথোঁ সংসাৰীৰ দৰে
ব্যৱহাৰ কৰিছে এতিয়া। কোনে পাৰে
আদি-অন্ত ধৰিব তোমাৰ, লীলাময় !
তথাপি সামান্য এটি পুত্ৰৰ কাৰণে
এইদৰে ম্ৰিয়মান হয় যদি নিজে,
জগতক কোনে বাৰু যাচিব সান্ত্বনা ?
শোক-সাগৰৰপৰা আই ৰুক্মিণীক
কোনে বাৰু কৰিব উদ্ধাৰ ? সেইদেখি

কৰিছোঁ মিনতি—শম্বৰক, শম্বৰক
দাৰুণ চকুলো এই অনুশোচনাৰ।
( আকাশীবাণী )—সম্বৰাঁ সম্বৰাঁ প্ৰভু! বিষাদ মনৰ।
লভিবাঁ হেৰোৱা পুত্ৰ অচিৰে পুনৰ ॥
নাৰদ—শুনিছে, শ্ৰীহৰি! সেয়া মোৰ বাক্যকেই
প্ৰতিধ্বনি কৰি দিছে আকাশীবাণীয়ে।

---

## তৃতীয় দৃশ্য

### সম্বৰৰ ভিতৰ চোতাল

সম্বৰৰ দাস আৰু হাতত কেচুৱা এটা লৈ এজনী দাসী

দাস—হেৰ বাঘেখাতী! কচোন মোৰে শপত, এই লৰাটো নো বাৰু মাছৰ পেটতে পালি নে?

দাসী—বাঘেখোৰা! মাছৰ পেটত নাপালে নো বাৰু কোনে মোক দিলেহি অ'?

দাস—নহয় পায়, কথা কেনেবাহে; মই গৈ আমাৰ আই-দেউক কথাটো জনাই থৈ আহোঁ।

সি ওলাই যায় আৰু অৰুণ পিছত্তে ৰতিৰ সৈতে সোমাই আহে।

ৰতি—বৰ আচৰিত! মাছৰ পেটত এনে এটি দেৱোপম লৰা হব পাৰে কেনেকৈ? বাৰু, মাছটো কোনে আনিছিল, কেনেকৈ পালি, সকলো কথা মোক ভাঙি কচোন!

দাসী—আই! এয়া মাখোন জলপত্তে দুটা জালোৱাই সাঙি কৰি এই বিয়াগম মাছটো বজাৰ ধৰক পেলাই দি গলহি;

সিইঁত কি জানি এতিয়াও কম পোৱাগৈ নাই। মাছটো বাচোঁ-কাটোঁ বুলি লুটিয়াই-বগৰাই চাওঁতেই পেটটো বৰ ডাঙৰ দেখিলোঁ। ভাত নো ইমান সোপা কণী আছে নে বুলি আলফুলকৈ মই লাহে লাহে পেটটো ফালিব খুজিওঁতেই এই নোহোৱা-নোপজা কথাটো দেখিলোঁ; দেখিবৰেপৰা মোৰ গাৰ কঁপনি এতিয়ালৈকে মৰা নাই।

দাস—আই। ময়ো এই কথা শুনি পোনতে এই হতচিৰি-ইঁতীয়ে কিবা ফাকি-ফুকা কৰিছে বুলিহে আছিলোঁ; পিছে এতিয়াহে বুজিছোঁ, কথা মিছা নহয়। লৰাটি ধুৱাই-পখলাই লোৱা দেখি মই বোলোঁ কথা কিবা হে—এইটো নো ক'ৰ লেবেলী হাঁহৰ লোথোৰা কণী হল?

ৰতি—বাক, তইঁত এতিয়া ইয়াৰ পৰা যা; লৰাটো মোৰ হাতত দে। তইঁতে খোৱা-লোৱাৰ সকলো দিহা কৰগৈ। কিন্তু সাৱধান, এই লৰাৰ কথা যেন বজাই কোনোমতেই গম নাপায়। এই বিষয়ে কৰবাত ভেও কিবা গুং-সূত্ৰ পাব লাগিলে এই লৰা আৰু জীয়াই নাথাকে; জ্যেষ্ঠিয়া হলে তইঁতো আৰু গুদাই নাসাৰ।

দাস-দাসী—আমাৰপৰা কোনেও এই কথাৰ ফুটকৈ নাপায়, আপুনি শঙ্কা অকণো মনলৈ নানিব।

দুয়ো ওলাই যায়।

ৰতি—মাছৰ পেটত জম্মে অতি দেৱোপম
এনে এটি মানৱ সন্তান, কোনে বাৰু
মানিব প্ৰত্যয়? তাতোকই আচৰিত—
ইয়াক দেখাৰেপৰা চিত্ত বাৰু মোৰ

বিচলিত হব কিয় খোজে ঘনে ঘনে ?
হৃদয়ত নজনা বাসনা ! অজানিত
কোনোবা দেশৰ কিবা গুপুত আনন্দ
আৰু বিস্ময়েৰে ভৰা ৰহস্য-দুৱাৰ
কোনে আছি বাৰেপতি যায় খুন্দিয়াই ?
নিশ্চয়, নিশ্চয়, মনেৰে নোপোৱা ঢুকি
কৰবাত কিবা এটি ৰহস্য মধুৰ
আছে, আছে বুলি, সঘনে হৃদয়ে মোৰ
জনায় ইঙ্গিত। য'তে যি থাকোক লাগে,
পবিত্ৰ দেহাৰ মোৰ এফালিৰ দৰে
এই পোনাটিক মই কৰিম যতন।—
আৰু পালেহি সউ দুৰ্জ্জন অসুৰ !

পিছফালে গৈ লৰাটি লুকাই থৈ আহে।

সম্বৰ—মায়াৱতি ! অলপতে কৰবাত কোনোবা কেচুৱা লৰাৰ গম পাওঁ যেন কৰিছিলো।

ৰতি ( হাহি )—অ' তুমি পগলা হৈছা ! ক'ৰ লোকৰ লৰা পানীত পেলাই মাৰিবা, ঘৰত আহি অনাহক তাৰ সপোন দেখিবা ?

সম্বৰ—তেনেহলে, মোৰ অনুমান মিছা ! বাৰু, মায়াৱতি ! তুমি নো সদায় মোক লগ-এৰা দি অকলে ইয়াত কি কৰাহি ? আহাঁচোন, ভিতৰত বহি দুয়ো বিশ্ৰাম কৰোঁগৈ।

ওলাই যায়।

ৰতি—বলা, মই পিছে পিছে সোঁচো।
আকউ আনি পিতাই কোলাত লৰাহি।
ইদৰেই, ইদৰেই, জীউ মোৰ, তোক
সযতনে সংগোপনে লালিম-পালিম।
আত্মাৰ হিয়াৰ এই অটান প্ৰদীপ
নোৱাৰিব সহজতে নুমাব অসুৰে।
ওলাই যায়।

## চতুৰ্থ দৃশ্য

কৈলাস শিখৰত হৰ-পাৰ্ব্বতী

পাৰ্ব্বতী—আজি কত বছৰৰ পিছে, প্ৰাণনাথ!
অতীতৰ এটি পিঠি পৰিছে মনত?
আজিও সুঁৱৰি সেই কথা, ভয় লাগে,—
জানো মযো ভাগী সেই মদন-ধ্বংসৰ!
শঙ্কৰ—সিটি এক লুপ্ত অঙ্ক জীৱন-নাটৰ,
বিষাদ আনন্দ তাত সনা একেলগে।
কওঁ শুনা গুপুত ৰহস্য। আজনম
উচ্ছৃংখল আছিল মদন। সন্ধ্যা দেবী
ব্ৰহ্মাৰ জীয়াৰী; দুৰ্দান্ত মদনে কিন্তু
ফুলশৰ হানি, ব্ৰহ্মাসক্তা দুহিতাৰে

ওপজালে পৰস্পৰ চিতৰ বিকাৰ।
শাপিলে ব্ৰহ্মাই, হৰৰ হাতত হব
উচ্ছৃঙ্খল মদনৰ কঠোৰ সংহাৰ।
পাৰ্ব্বতী—বিধৱা ৰতিৰ তেনে কি হল বিলাই ?
শঙ্কৰ—শুনা, প্ৰাণেশ্বৰি! মদন-ভস্মৰ পিছে,
সপ্তৰ্ষিক বিবাহৰ কটকী পঠাই
সিদ্ধতপা তোমাক যেতিয়া, আনন্দেৰে
কৰিলোঁ গ্ৰহণ, প্ৰতি মুহূৰ্ত্তত মোৰ
মদন-ৰতিৰ কথা পৰিল মনত!
দগ্ধ কৰা মদনৰ ভস্ম উৰি যেন
ঢাকি ললে পৃথিবী-আকাশ। অনঙ্গই
অঙ্গ ধৰি পুনু যেন জিনিলে ভুবন!
সকলো মায়াৰ সেই অন্তকাৰী দেৱ
কামজয়ী মহেশৰ প্ৰতিশোধ ৰূপে,
প্ৰিয়াৰ বুকুত যেন এৰিলে মদনে
তাৰ কালান্তক সেই ফুলধনুখনি!
তেতিয়া মানিলোঁ মনে মদন-শাসন,
আশীৰ্ব্বাদ দিলোঁ প্ৰাণ ভৰি,—ৰতি হক
পুনৰ সধৱা! সেইমতে বিষ্ণু-ঔৰসত
উপজিল কামদেৱ ৰুক্মিণী গৰ্ভত।
পাৰ্ব্বতী—বাৰু, প্ৰভু! কিদৰে নো ৰতিয়ে কামক
নিজ প্ৰাণ-পতি বুলি চিনিব সহজে ?
শঙ্কৰ—দেৱি, মায়া-আৱৰণ আৰু জন্ম-জন্মান্তৰ
বিস্মৃতিয়ে মদনক ৰাখিছে আৱৰি।

ইফালেও কৃষ্ণ আৰু ৰুক্মিণী দেৱীয়ে
প্ৰদ্যুম্নক পুত্ৰ বুলি নোৱাৰে চিনিব।

পাৰ্ব্বতী—ভেষ্টে, নাথ! এই বেলা কৰ্ত্তব্য আমাৰ—
ৰতি-মদনৰ এই নৱ জীৱনত
দিওঁগই আশিস্ বচন; ভেদ হক
মায়া-আবৰণ; ছিগি যক বিস্মৃতিৰ
কঠোৰ শৃঙ্খল; কৃষ্ণ আৰু ৰুক্মিণীৰ
পুত্ৰ-পুত্ৰবধূ-লাভ হক একেলগে!

শঙ্কৰ—ব্ৰহ্মা ইন্দ্ৰ সকলো দেৱেই, আশিসিব
প্ৰাণ ভৰি ই পূত মিলন; দেৱতাৰ
হিত-সাধনতে ব্ৰতী হই সি মদনে,
কৰিছিল, চিৰস্মৰণীয় আত্মদান।
শুভ প্ৰশ্ন শুভ লগনত! বলা, প্ৰিয়ে!

দুয়ো ওলাই যায়।

## পঞ্চম দৃশ্য

সম্বৰৰ ঘৰ—ৰতি অকলে

ৰতি—বুজা নাই, আই ভগৱতি! পুনৰাই
কি মায়া-জালত মোক পেলাব খুজিছা!
কত যুগ কাল-সাগৰৰ, ধীৰে ধীৰে
পৰকি পৰকি গল অনন্ত মাৰ,

বিৰহত ভস্মীভূত কৰি মোৰ হিয়া
লুপ্ত হল মদন-অনল ; তথাপিও,
তথাপিও কিয় বাক ৰতিৰ শৰীৰ
সৰ্ব্বাঙ্গ উঠিছে জ্বলি, পুত্ৰতুল্য এই
সামান্য সন্তানটিৰ বাবে ? দেহি অই !
বুজিছোঁ নাৰীৰ চিত পাপ-সাগৰত
সদায়েই থাকে নিমগন ; নহলে নো—

অলপ ইফাল-সিফাল কৰি

নহয়, নহয়। কিয় কওঁ এনেদৰে মই ?
মইতো নিজেই ৰতি, যাৰ ই জীৱন
সতীত্ব-যজ্ঞৰ এক জীৱন্ত আহুতি।
তেন্তে বাক বাসনাৰ এই ভস্মবোৰ
ক'ৰ পৰা আহে উৰি মোৰ ফাললৈ ?
বন-জুই, মন-জুই, জ্বলি বাক কাৰ
বসন্তত উৰিছে কুকুহা ?—এই শিশু,—
ইয়ে জানো মূল সকলোৰে ? অভাগিনি !
কিয় ভাব তেনেদৰে ? সৰগৰপৰা
নামি আহি পৃথিৱীৰ দুৱাৰ-দলিত
পোনে পোনে দিছে ভৰি, নবীন অতিথি।
পৱিত্ৰতাপূৰ্ণ অনুভাৱ। তাত কিয়
এইদৰে দিয় আঁকি কলঙ্কৰ ৰেখা ?

শিশু প্ৰদ্যুম্ন সোমাই আহে।

প্ৰদ্যুম্ন—তুমি মোক অকলে এৰি আহিলা কিয় ?

ৰতি—(আনফালে) সচাকৈয়ে মৰতৰ মৰু-অ'াউসীৰ
মাজতে উদিত এই পৱিত্ৰ মুৰতি
দ্বিতীয়াৰ জোনটিৰ দৰে ; তাত কিয়
কলঙ্ক-কালিমা মই সানো এইদৰে ?—
কিন্তু, বাৰু, মোৰে জানো দোষ বৰ্তমানে ?
দ্বিতীয়াৰ জোনটিত কোনোবা শৰতে
যদি সানে উত্তলোৱা বাসনাৰ কণা,
যদি সেয়ে পুৰি ছাই কৰে হৃদয়ৰ
সকলো সাত্বিক ভাব, তেন্তে তাৰ বাবে
ৰতিয়েই জগৰীয়া হব নে অকলে ?

প্ৰদ্যুম্নক দেখি সেইফালে ৰ লাগি চাই থাকে।

প্ৰদ্যুম্ন—তুমি মোৰ ফালে এইদৰে চাইছা কেলেই ? মোৰ ভয় লাগিছে ; মোক নামাতা দেখোন ?

ৰতি—সুসুধিবা কোনো কথা মোক। পিশাচিনী
ৰতি মই ; হৃদয়ত মোৰ পৈশাচিক
নৃত্য আজি পূৰ্ণভাৱে চলিব লাগিছে।

(আকাশীবাণী)—সোঁৱৰা পূৰ্ব্বৰ কথা ; সত্যে, ৰতি !
সত্যে এৱেঁ কামদেৱ, ছোঁৱামী তোমাৰ।

ৰতি—আকাশৰ মাত তুমি ৰতাহত উৰি
কিবা কথা কই মোক ৰতাহৰ দৰে
কৰিলা বাউলী পুনু ? ৰবা, নগলাবা ;
কই যোৱা বিৰহীক শুনাই ইবাৰ
যিটি বাণী উচ্চাৰিলা তুমি। ই কি স্বপ্ন ?
ই কি মায়া ? ই কি কুহেলিকা সপোনৰ ?

স্বৰ্গ আৰু মৰ্ত্ত্যৰ মাজত, ময়ে নে কি
এটি মাথোঁ দুৰ্ভগীয়া জীৱ? আৰু আছে!
কোন আছে? কোন আছাঁ, ৰক্ষা কৰাঁ মোক!

প্ৰদ্যুম্ন—মই আছোঁ। তোমাৰ কি হল? কি কৰিব লাগে কোৱাঁ!

ৰতি—হাঃ হাঃ। তুমি আছাঁ? কোন তুমি বাৰু?
হোৱাঁ জানো তুমি সিটি, যিটি বুলি মাথোঁ
এতিয়াই কই গল আকাশী বাণীয়ে?
নোহোৱা যদিও, এতিয়াৰ বাবে মোক
কই যোৱাঁ সেয়ে হওঁ বুলি। এই মিছা,
সহস্ৰ সচাতকৈ শত মূল্যৱান!—
নহয়, নহয়; সচা হক, মিছা হক
দেৱতাৰ বাণী, মুখৰ অগনি মই
মুখেৰে সুমাম। সত্বগুণ যত আছ,
টোপোলা-টাপলি বান্ধি পলাঁ এতিয়াই;
তমোগুণ যত আছ, আন্ধাৰ হিয়াৰ
কোনোৰা চুকত মোৰ, আহ চাপি-কুচি;
পাতি দেহি মদন-উছৱ। জগতত
আজিয়েই জয়ে জয়ে মানৱ হিয়াৰ
কোমল আপত্য স্নেহ দাম্পত্য প্ৰণয়ে
পেলাৱক গ্ৰাসি; জয় হক মদনৰ!

প্ৰদ্যুম্নৰ কালে আগবাঢ়ি যায়।

প্ৰদ্যুম্ন—মোৰ ভয় লাগিছে। তুমি কিয় এনে কৰিছাঁ, মোক কোৱাঁচোন।

ৰতি (পিছ হুহঁকি)—অসম্ভৱ! অসম্ভৱ! আকাশী-বাণীয়ে
ছল কৰি আনি মোক পেলাব খুজিছে
এইদৰে পাপৰ গৰাত। নাই, নাই—
পলাওঁ, পলাওঁ; ৰক্ষা, ৰক্ষা কৰা মোক!

ৰতি লৰ মাৰি একালে পলাব খোজে; প্ৰদ্যুম্নই বাট ভেটি গৈ সাৱটি ধৰে; ৰতিয়েও প্ৰদ্যুম্নক সেইদৰে গাঢ় আলিঙ্গন কৰে।

প্ৰদ্যুম্ন—তুমি কোৱাঁচোন, কোৱাঁচোন—

ৰতি (ওপৰলৈ চাই)—কোৱাঁচোন, ভগৱতি! তুমি কোৱাঁচোন।

আঁৰ-কাপোৰ



# পঞ্চম অঙ্ক

## প্ৰথম দৃশ্য

সন্ধৰৰ বাহিৰ চৰা

প্ৰদ্যুম্ন—তেন্তে ই সচা কথা ?
ৰতি—শতবাৰ সচা, প্ৰাণনাথ ! ঘোপমৰা
আকাশত মেঘৰ গাজনি ; তাৰ মাজে
বিজুলীৰ হাঁহি-চমকনি ; প্ৰভাতৰ
নৱৰাগ ; শাৰদী জোনাক ; বসন্তৰ
নন্দনিত কুসুম সুবাস ; আৰু মোৰ
প্ৰাণপতি অনঙ্গৰ বাবে হৃদয়ৰ
ব্যাকুল বেদন যেনে সচা, জগতত
ইও তেনে সত্য বুলি জানা, প্ৰাণনাথ !
প্ৰদ্যুম্ন—আৰু যদি ই সচা নহয় ?
ৰতি—যদি ই নহয় সচা, তেন্তে প্ৰাণেশ্বৰ !
ঈশ্বৰক সাক্ষী কৰি আহাঁ লওঁ মানি,—
হোৱাঁ তেয়ে তুমি মোৰ হেৰোৱা ৰতন।
প্ৰদ্যুম্ন—নহয়, মোৰ বিশ্বাস হোৱা নাই ; এই কথা মানি লবলৈ কোৱাৰ আগতে তুমি মোৰ বিশ্বাস জন্মোৱাঁ।
ৰতি—জনমাৰ লাগে নই বিশ্বাস তোমাৰ ?
অতীতৰ সেই স্মৃতি-গীত এতিয়াও
গোৱা নাই হৃদয়ে তোমাৰ ? এতিয়াও
মউসনা বিস্ময়ত উটাই-বুৰাই

বই অহা নাই জানো নিজৰি নিজৰি
সিজন্মৰ শত সোঁৱৰণি ? কতকাল
খেলিছিলোঁ দুয়ো আমি কুসুমৰ খেলা !
বসন্তৰ আঁৰত লুকাই এদিন যে
দুয়ো অতি দুঃসাহসেৰে, চাপিছিলোঁ
ভয়ে ভয়ে মহাযোগী শঙ্কৰৰ কাষ—
প্ৰদ্যুম্ন—মই ভালকৈ একো বুজিব পৰা নাই।
ৰতি—যেতিয়া চাপিলোঁ দুয়ো কাষ মহেশৰ,
তোমাৰ হাতৰ পৰা ফুলধনুখনি
পৰিছিল সৰি পৃথিবীত, তেতিয়াই
দিছিলোঁ সি ধনু তুলি তোমাৰ হাতত।
তোমাৰ অহাৰ গম পাই তেতিয়াই
কঁপিছিল থৰহৰি তপস্যাৰ ভূমি
যোগেশ্বৰ মহেশকো পাহৰি খন্তেক।
ভগ্ন তপস্যাৰ সেই দুৰাৱদলিত
ঠিয় হই কোপমনে শঙ্কৰে যেতিয়া—
প্ৰদ্যুম্ন—নকৰা, নকৰা, আৰু নুশুনো নুশুনো!
ৰতি—তেতিয়া যে হিয়া মোৰ হিয়াত নাছিল!
ভাবিলোঁ অগ্নিত পৰি হৃদয়ৰ জুই
মোৰ নুমাওঁ এবেলি ; তাতো কিন্তু মোক
বাধা দিলে আকাশীবাণীয়ে—কলে, তুমি
জনমি সাৰ্থক মোৰ কৰিবা জীৱন।
ভালৰি লগোৱা এই আকাশীবাণীত
মোহ গই থাকিলোঁ জীয়াই ; কিন্তু মোৰ

দুখৰ দীঘল ৰাতি আৰু বাঢ়ি গল,
হৰিলে এদিন এই দুৰ্জ্জন অসুৰে।
প্ৰদ্যুম্ন—আনিছে তোমাক হৰি দুৰ্জ্জন সম্বৰে ?
ৰতি—সম্বৰে আনিছে মোক হৰি। তাৰ পাছে,
নিতউ ৰাতিয়ে দিনে, পাপ-সলিলত
মজাবৰ বাবে চেষ্টা কৰিছে দুৰ্জ্জনে ;
ছলেৰে কৰিছোঁ তাক ব্যৰ্থ মনোৰথ।
এইদৰে এযুগ-দুযুগ কই কত
শতেক সুদীৰ্ঘ কাল হুমুনিয়া কাঢ়ি
গৈছে ধীৰে ধীৰে! ইপিনেদি, ধৰিলাহি
তুমি দেৱী ৰুক্মিণীৰ গৰ্ভত জনম ;
সূতিকা ঘৰৰ পৰা তোমাকো এদিন
হৰি এই দুৰ্জ্জনেই পেলালে পানীত,
মাছৰ গৰ্ভত ললা থিত ; তাৰ পিছে
পৰিলাহি অভাগীৰ হাতত আকউ।
প্ৰদ্যুম্ন—নাজানে নে তাক এই দানৱ সম্বৰে
মোৰ এই আচৰিত জীৱন-কাহিনী ?
ৰতি—নাজানে, নাজানে! জনা হলে এটিবাৰ,
আজিও জীয়াই আছা তুমি, কিনো গতি
কৰিলেহেতেন, ভাবি কঁপি উঠে হিয়া!
তাৰপৰা লুকুৱাই ৰাখি সঙ্গোপনে
পুত্ৰভাৱে পালিলোঁ তোমাক। কিন্ত, প্ৰিয়,
আছিল তেতিয়া প্ৰাণ কলা-বুমটিত ;
পিছে এটি আকাশী-বাণীয়ে, মোৰ এই

তন্দ্ৰালস আতমাৰ গুচালে ঢাকনি ;
সাৰ পাই, মই এই নতুন ৰাজ্যত ।
প্ৰদ্যুম্ন—তুমি মোৰো লাহে লাহে ভাঙি ঘুমটি,
এনে হেন লাগিছে মনত ! একেলগে
কত যে স্মৃতিৰ হেঁচা পৰিছে প্ৰাণত !—
পৰা নাই কোনো কথা ভাবিব সুস্থিৰে ।
তথাপি নিশ্চয় ঋণী তোমাৰ কাষত
বৃন্তহীন ই জীৱন-পুষ্পৰ কাৰণে ।
সেইদেখি কৰিলোঁ প্ৰতিজ্ঞা, অচিৰতে
সম্বৰক বধ কৰি থুইবো মুক্তিৰ
উলিয়াম প্ৰথমে উপায় । তাৰ বাবে—
ৰতি—তাৰ বাবে দিহা মই কৰিছোঁ সকলো ।
এতিয়া প্ৰতিজ্ঞাবদ্ধ তুমি, সম্বৰক
বধিবৰ বাবে । তেনেহলে শুনা মোৰ
উচিত যুগুতি । তোমাৰ বিহনে কেৱে
সম্বৰক নোৱাৰে বধিব । কিন্তু জানা,
জম্ভন, মোহন, শত মায়াৰ বলেৰে
দেৱৰ বৰত এই সম্বৰ অমৰ !
পিছে মই শিকাম তোমাক, এনেকুৱা
ৰণৰ কৌশল, ভাবে বলেৰেই তুমি
সম্বৰক বধি হেলাৰঙ্গে, পিতৃমাতৃ
সকলোৰে কাৰলৈ যাবা মুক্ত হই ;
যদি কোঁৱা, যাম মমো তোমাৰ লগত ।
প্ৰদ্যুম্ন—তুমি ? তুমি কিয় নাযাবা লগত মোৰ

জীৱন-পালিকা ?   তুমি দায়ী মোৰ এই
অস্তিত্বৰ বাবে ; যদি হে নোহোৱাঁ মাতৃ,
ধাত্ৰী তেন্তে তুমি মোৰ এই হৃদয়ৰ ।
তোমাৰ পৰাই মোৰ গভীৰ আন্ধাৰে
আবৰা অদ্ভুত এক জীৱন-ৰহস্য
উদ্‌ঘাটিত হোৱাৰ আশাই, সুদূৰত
মাৰিছে ভুমুকি ।   সেইদেখি, যেয়ে হোৱাঁ,
আহাঁ দুয়ো আধা-চিনাকীয়ে কৰোঁগই
বহি চিন্তা উভয়ৰে মুক্তিৰ উপায় ।
দুয়ো ওলাই যায় ।

## দ্বিতীয় দৃশ্য

### দ্বাৰকাৰ ৰাজঅন্তঃপুৰ

ৰুক্মিণী—প্ৰাণেশ্বৰ !   সপোনত হয় কোনোজন
সসাগৰা ৰাজ্যৰ ঈশ্বৰ ; কোনোৱেবা
হেৰুৱাই ৰাজ্যধন, ভাই-বন্ধু আদৰৰ,
কান্দে হুৰাবা'ৰে ; কোনোৱে বগায় ওখ
পৰ্ব্বতৰ টিঙ, কোনো পৰে ভাবপৰা ;
এনে হেন সপোনৰ লীলা সচা বুলি
পাৰিনে মানিব ? আছেনে মৰ্ম্মত সাৰ ?
কৃষ্ণ—সমাজিক মনৰ ভাওনা ।   কৰ্ম্মময়
বিষয়-জঞ্জালে অকণো আহৰি ক'তো

নিদিয়ে মনক ; টোপনিত হেঁগ পাই
সেই মনে, দিনৰ বস্তুৰো দৰে, ৰাতি,
মুকলিমূৰীয়া হৈ ভ্ৰমে এনে ঠাই
য'ত তাৰ প্ৰবেশৰ নাই অধিকাৰ।
কেতিয়াবা আহি পৰে মন-দাপোণত
ভবিষ্যৰ ৰহস্যৰ ছাঁয়া ; কেতিয়াবা
মন বা দেহৰ, বিকাৰ হেতুকে দেখে
নানা বিভীষিকা আৰু নানা ৰেমেজালি ;
এইদৰে সপোনৰ আছে নানা ভাগ।

ৰুক্মিণী—প্ৰাণনাথ ! আজি কত বছৰৰ শেষ !
অতীতত জাহ গল দূৰ ভবিষ্যত,
তৰপে তৰপে স্মৃতি ঢাকে বিস্মৃতিয়ে ;
তেও, প্ৰভু ! কিয় নাঁহবে মনৰপৰা
পবিত্ৰ সি ছবিখনি প্ৰথম পুত্ৰৰ ?
কিয় বাৰু সিয়ে মোৰ সপোন-নায়ক ?

কৃষ্ণ—কি দেখিলা সপোনত পুত্ৰৰ বিষয়ে ?

ৰুক্মিণী—বিচিত্ৰতাময় সি সপোন ! দেখা পালোঁ,
পুত্ৰ মোৰ সাক্ষাৎ মদন ; যৌৱনত
দিছে ভৰি, সুবলিত সুঠাম শৰীৰ।
লগত সুন্দৰী এটী নাৰী, ৰূপে-গুণে
নিৰুপমা, বয়সত অনন্ত-যৌৱনা।
চুচুক-চমাক কৰি অতি লয়লাসে
চাপিলেহি কাষ মোৰ ; দেখি দুয়োটিকে,

আনন্দত বাগবিল দুখাৰি চকুলো।
অভাগিনী ! সাৰ পাই উঠিলোঁ এনেতে।

কৃষ্ণ—শুনা, সতি, সম্ভৱ বা অসম্ভৱ কথা
আপেক্ষিক সত্য মাথোঁ। অসম্ভৱো জানো
কেতিয়াবা সম্ভৱ নহয় ? সেইদৰে
সম্ভৱো তো অসম্ভৱ হয় কেতিয়াবা !
সদায় অদূৰদৃষ্টি নৰ ; আদি-অন্ত
নোৱাৰে ধৰিব ; ভাবিও নোৱাৰে চাব
দৃষ্টিৰ আঁৰত থাকি অদৃষ্ট শক্তিয়ে
দেখুৱায় অভিনয় কত ৰহস্যৰ !

ৰুক্মিণী—থাক, নাথ ! আপোনাৰো কেতিয়াবা জানো
প্ৰথম পুত্ৰৰ কথা নপৰে মনত ?

কৃষ্ণ—কিয় নপৰিব, প্ৰিয়ে ! কিয় নুপুৰিব
পিতাৰ হৃদয় নিজ পুত্ৰৰ কাৰণে ?
সেই বুলি, মুজাৰিবা শোক মোৰ আক ;
নিদিবা আগত আঁৰি মোৰ অতীতৰ
ভয়লগা দুখৰ ছবিটি। নুবুজিলোঁ
আজিল'কে, প্ৰাণসম প্ৰথম পুত্ৰক,
হৰি নি ইদৰে কোনে শত্ৰুক শালিলে।
মানুহৰ জন্ম ধৰি এইদৰে, প্ৰিয়ে !
অসহনি সহা শব শতেক শোকৰ।

ছয়ো ওলাই যায়।

## তৃতীয় দৃশ্য

### সম্বৰৰ ভিতৰ চ'ৰা

প্ৰদ্যুম্ন অকলে

প্ৰদ্যুম্ন—কোন মই ? মোৰ আদি-অন্তৰ কাহিনী
এতিয়াও অবিদিত মোৰ । ধুমুহাত
উৰি পৰা চৰাই পোৱালী এটি যেন
ময়ো এক দুৰ্ভগীয়া প্ৰাণী !—সংসাৰৰ
কৃপাপাত্ৰ !! আৰু এই মায়াৱতী, দেহি !
সচাকৈয়ে এওঁ মায়াৱতী ! ভাবিছিলোঁ,
জনমদায়িনী তেওঁ, সম্বৰ জনক ;
কিন্তু তেওঁ কয় দেখোঁ বিপৰীতভাৱে !
মানিম নে তেন্তে বাৰু বিচিত্ৰতাময়
এই মায়া-সুন্দৰীৰ কথা ? বাৰু, মই
নামানো জানিবা, তথাপি কৰ্ত্তব্য মোৰ
আদেশ পালন কৰা মাতৃ-স্বৰূপিনী
এই সাধ্বী ৰমণীৰ ! আৰু এটি কথা,
হোৱা হলে মায়াৱতী এই সম্বৰৰ
আপোন তিৰুতা, নথকাহেঁতেন একো
মোৰ প্ৰতি সম্বৰৰ ঘোৰ বৈৰী ভাব,
এনে ষড়যন্ত্ৰ কিয় কৰিলেহেঁতেন
ইয়াৰ বিৰুদ্ধে এই সতী ৰমণীয়ে ?
যাওক সি কথা ; প্ৰতিজ্ঞা-আবদ্ধ মই,

সম্বৰক বধ কৰি প্ৰতিজ্ঞা পুৰাম।
( প্ৰকাশকৈ ) সম্বৰ! দুৰ্জ্জন সম্বৰ?
( নেপথ্যত )—কোন সিটো? কোনে মাতে মোক এনেদৰে?
প্ৰদ্যুম্ন—যমৰ দূতৰ মাত তোৰ! আহ তই
সাজু হই সোনকালে মৰণৰ বাবে।
( নেপথ্যত )—সচাকৈয়ে! সচাকৈয়ে কাৰাবাৰ মাত।
নোহে তেন্তে প্ৰহেলিকা ইটো? বাৰু,
কোনে এইদৰে সিংহক গাতত আহি
জগাই তুলিছে? মৰণক মাতেঁ কোনে?
প্ৰদ্যুম্ন—পাপিষ্ঠ দুৰ্জ্জন! বুজা নাই এতিয়াও—
মৰণেহে তোক এয়া মাতিছে চিএৰি।
হাতত তৰোৱাল লৈ সম্বৰ সোমাই আহে।
সম্বৰ—ক'তা, কেও নাই দেখোঁ? আছে মাথোঁ সউ
নিৰীহ বালক এটি! কোনে মাতিছিল?
প্ৰদ্যুম্ন—মযে মাতিছিলোঁ তোক, দুৰ্ম্মতি অসুৰ!
তোৰ অত্যাচাৰ দেখি তাৰ প্ৰতিশোধ
লম বুলি যমৰূপে আহিছোঁ মযেই।
সম্বৰ—কি বালক! কোন তই? কোনে বাৰু তোক
এনেকুৱা কুমতি দিছিলে? কিয় তই
এতিয়াও জীয়া অগনিত জাপ দিব
খুজিছ মিছাতে? পলা তই এতিয়াও!
প্ৰদ্যুম্ন—দুষ্টমতি! আত্মৰক্ষা কৰ তত্তালিকে।
পৰস্ত্ৰী-হৰণ, শিশুহত্যা-চেষ্টা আদি
সকলো পাপৰ হক দণ্ড সমুচিত।

সম্বৰ—সঁচাকৈয়ে ভেঙেছ, শিশু! যুজৰ সাজেৰে
সাজি তই আহিছ এতিয়া? সম্বৰৰ
পৰাক্ৰম-কথা নাজানিলি আজিলৈকে;
মৰিলেও এই জ্ঞান যাব নগতেই!
শিশুবধ, সুৰাপান, পৰস্ত্ৰীহৰণ
পাপ বুলি ভয় সম্বৰৰ? হাঃ হাঃ!
পাপৰ মূৰত উঠি সম্বৰে নিতউ
পৰিহাস কৰি আছে যম-দেৱতাক।
কোন আছে বধ কৰে মোক? যুদ্ধ কৰ!

দুইবো যুদ্ধ হয় আৰু কিছু পৰৰ মূৰত সম্বৰ পৰি যায়।

প্ৰদ্যুম্ন—দুৰ্ম্মতি অসুৰ! এয়ে তোৰ দম্ভালিৰ
শেষ পৰিণতি। ইয়ালৈকে মদনৰ
তিৰুতাক হৰি আনি তই, কৰিছিলি
সতীত্ব নাশৰ এনে বিফল প্ৰয়াস?
সম্বৰ—কৰিছিলোঁ বিফল প্ৰয়াস? কিয়? কিয়?
এতিয়াও মায়াৱতী আছে সতী হই?
সঁচা, তাই সতী ভাৰ্য্যা সম্বৰাসুৰৰ;
শতবাৰ ৰতিসুখ লভি অসুৰেৰে
নহয় আনৰ পত্নী তাই।—কোন সেয়া?
প্ৰাণেশ্বৰী মায়াৱতী মোৰ? আহাঁ তুমি,
অন্তিম বেলিকা লওঁ খন্তেক জিৰণি।

ৰতি সোমাই আহে।

ৰতি—সাৱধান, অবোধ অসুৰ! সাৱধানে
কৰি কথা আজি। মদনৰ সতী ভাৰ্য্যা

ৰূপতে মজিলি তই; হৃদয়ে জিকিলোঁ।
কিন্তু তোক! শুন তই স্বৰূপ কাহিনী;
মদনৰ প্ৰাকদলিত ঠিয় হই
কি জানিবা মুক্তি হয় এটি পাতকৰ।
স্বৰূপ বচন মোৰ,—কথা নাই তই
কোনো দিনে ৰতিসুখ ৰতিৰ জগত;
ঘটাই মনেই তোক মনৰ বিকাৰ
ৰাখিছিলোঁ তোক আঁতৰাই; নৰকৰ
কীট তয়ো, আছিলি আপুনি পচি তোৰ
আপোনাৰ পাপপূৰ্ণ ৰতি-কল্পনাত।

সম্বৰ—বুজিছোঁ এতেকে মই। অন্তিম সময়
নচপাহেতেন কাষ, কিবা ভয়ঙ্কৰ
স্বপ্ন বুলি, পৰিলোঁহেতেন গই মই
কৰবাত আপুনি উফৰি। তাৰ কাল
উকলিল, এয়ে মই মৃত্যুৰ কোলাত।
কিন্তু এটি দুখ মোৰ যাব নগঢ়েই;—
আছিল দেৱৰ বৰ, কৃষ্ণৰ ঔৰস বিনে
কাৰো হাতে মৃত্যু নাই মোৰ; কিন্তু আজি
পৰিল দেৱৰ ফাকি ধৰা হাতে হাতে।

ৰতি—নহয় দেৱৰ কথা মিছা। নিচিনিলি
এতিয়াও, এয়ে যে কালৰ বৈৰী তোৰ
কৃষ্ণৰ ঔৰসজাত ৰুক্মিণী তনয়।
আছিল পানীৰ তলা মাছৰ পেটত;

তাৰণৰা পাই তোৰ বাৰ্ত্তানিৰৱ
সন্তানক নয়ন্তনে পালিলে বক্তিয়ে।
সম্বৰ—বুজিবৰ বাকী আৰু নাই। কিন্তু হায়!
বৃথা হল সৰ বোঁলকই। শুধৰণি
অসত্তৰ যেন্তিয়া নিজৰ, তেতিয়ালো
বুজিলে কি হৰ? দেৱৰ অদ্ভুত মায়া!
বজ্ৰাহত মিলি অহা আকাশীবাণীৰ
লগতেই প্ৰাণবায়ু যাব খোজে পমি!
কিন্তু ই অন্তিম বেলা কাক সুঁৱৰিম?
প্ৰদ্যুম্ন—অন্তিম বেলিকা তোৰ শত পাতকৰ
মেঘৰ মাজেদি আত্মাৰ একেৰি জ্যোতি
খুজিছে ওলাব। কিন্তু ই জীৱন-সূৰ্য্য
অস্তমিতপ্ৰায়; সেইদেখি সিজন্মত
কৰণই নয় আৰাধনা। যা সম্বৰ!
তৰোৱালৰ ঘাপত সম্বৰ ঢুকোৱা হয়; প্ৰদ্যুম্ন ওলাই যায়।

## চতুৰ্থ দৃশ্য

### অমৰাৱতী

ইন্দ্ৰ অকলে কিবা ভাবি চিন্তি আছে; নাৰদ সোমাই আহে।

ইন্দ্ৰ—সম্ভাষণ জনাওঁ, দেৱৰ্ষি! হঠাতেই
কিবা উদ্দেশ্যেৰে আজি দিলে দেখা আহি?

নাৰদ—পাহৰিলা, স্বৰ্গৰাজ ! মদনৰ কথা ?
দেৱৰ কাৰণে কি যে মহা আত্মদান
কৰিছিল মদন-ৰতিয়ে ; তাৰ কিবা
প্ৰতি-উপকাৰ, কৰিলেনে দেৱতাই ?
ইন্দ্ৰ—শুনিছোঁ মদনে হেনো পুনৰ জনম
অচিৰে কৰিব লাভ ৰুক্মিণী-গৰ্ভত !
নাৰদ—অচিৰে কৰিলে লাভ ; কিন্তু তাৰ সেই
জনম-কাহিনী ঢকা মায়া-আৱৰণে !
ৰতিয়ে স্বামীক আৰু কৃষ্ণই পুত্ৰক
নোৱাৰে চিনিব নিজ পতি-পুত্ৰ বুলি ।
বলা যাওঁ, পিতামহ ব্ৰহ্মাৰ লগত
কৃষ্ণক অঞ্জলি দিওঁ অভিবাদনৰ ;
ৰতিকও কৃতজ্ঞতা জনাওঁ দেৱৰ !
ইন্দ্ৰ—অতি সজ কথা, দেৱঋষি ! গলে আমি
স্বৰূপতে কৰা হ'ব কৰ্তব্য আমাৰ ।

দুয়ো ওলাই যায় ।

---

### পঞ্চম দৃশ্য

দ্বাৰকাৰ ৰাজচ'ৰা

দূত—দণ্ডৱতে দাসে প্ৰভু, জনাওঁ প্ৰণাম ।
কৃষ্ণ—কিনো, দূত ! কোন আছে দুৱাৰত ৰই ?
দূত—এটি ডেকা সুগঠিত সৰ্বাঙ্গসুন্দৰ ;
লগতেই এগৰাকী তৰুনী তিৰুতা ।

কৃষ্ণ—এতিয়াই আন মাতি নেই যুৱকক।
দূত ওলাই যায় ; প্রদ্যুম্ন সোমাই আহি সেৱা জনায়।
কৃষ্ণ—কোন তুমি সুন্দৰ যুৱক ? সচাকৈয়ে
শৰীৰৰ বিত্তোপন গঢ়, আৰু তাতে
প্ৰতিবিম্ব পৰা দেখি অন্তৰাত্মাৰ,
সুধিম নে, ডেকা তুমি দেৱ নে মানৱ ?
প্রদ্যুম্ন—জীৱন-ৰহস্য, প্ৰভু, মোৰ ঘোপমৰা
অতীতৰ অজ্ঞান আন্ধাৰে আছে ঢাকি।
জনম-দুৰ্ভগা মই. নাজানো সঠিক
জীৱন বৃত্তান্ত মই নিজেই নিজৰ ;
জানো ইয়াকেই, ঠেকছিগা প্ৰাণী মই ;
ডাঙৰ-দীঘল হলোঁ অতি দয়াশীলা
এগৰাকী নাৰীৰ হাতত ; তেওঁ মোক
সম্বৰ নামেৰে এটি অসুৰৰ নিজ
ঘৰতেই লুকুৱাই কৰিলে পালন।
কল্মিণী—প্ৰাণনাথ, সচাকৈয়ে হৃদয়ত মোৰ
পুনৰ ধৰিছে আহি শোকে খুন্দা মাৰি !
পিতৃমাতৃহীন এই সুন্দৰ ডেকাটি
দেখি মোৰ লাগিছে পুতউ। দেহি অই,
যদি আছে যোপাটিৰ পিতৃমাতৃ দুয়ো
আজিও জীয়াই, আমাৰেই দৰে বাৰু
কতনো কান্দিছে চাপে' হিয়া চাকুৰাই।
সোনা মোৰো থকা হলে আজি জগতত
নহলাহেঁতেন জানো চকল ইমবে ?

প্ৰভু, নাছিল পোনাকো জানো ইমানেই
শৰীৰৰ শ্যামল বৰণ, অধৰৰ
বঙ্কিমা মধুৰ, দেহৰ সুঠাম ভাব ?

কৃষ্ণ—বুজিছোঁ সকলো, প্ৰিয়ে ! তথাপি অচিন
ডেকাৰ আগত কিয় কথা মোহ এনে ?—
পাছে বোপা, নাজানিলা তেন্তে তুমি কোন
সেই দয়ালু ভিকতা ? কিয় বাক তেওঁ
লুকুৱাই সযতনে পালিলে তোমাক ?
নকয়, নতুবা তেওঁ নাজানে একোকে ?

প্ৰদ্যুম্ন—কয়, সচা ; কিন্তু কয় অতি আচৰিত।

কৃষ্ণ—কিনো কথা কয় তেওঁ এনে আচৰিত ?

প্ৰদ্যুম্ন—মনে মোৰ নামানে প্ৰত্যয়। তেওঁৰেই
ইঙ্গিততে সম্বৰক বধি এতিয়াই,
মীমাংসাৰ হেতু, আপোনাৰ কাষলই
আহিছোঁ দুইও ; বাহিৰত আছে তেওঁ।

কৃষ্ণ—কিয় বাহিৰত ? মাতি আনা এতিয়াই।

প্ৰদ্যুম্ন ওলাই গৈ পুনৰ সোমাই আহে।

প্ৰদ্যুম্ন—ব্ৰহ্মা, মহেশ্বৰ আদি দেৱতাসকল
আহিছে বিচাৰি এয়া প্ৰভুৰ সাক্ষাৎ ;
দেখি মই আহিলোঁ উলটি সেইবাবে।

কৃষ্ণ—ব্ৰহ্মা মহেশ্বৰ আদি দেৱতাসকল ?

লগেতে শঙ্কৰ, পাৰ্ব্বতী, ব্ৰহ্মা, নাৰদ, ইন্দ্ৰ আদি দেৱতাসকল
আৰু লগতে ৰতিও সোমাই আহে। সকলোৱে শ্ৰীকৃষ্ণক
অভিবাদন জনায়।

কৃষ্ণ—সকলোটি একে সময়তে! কিয় আজি
ত্ৰিলোক উদং কৰি এইদিকে যাক
সকলোটি আহি পালা একে সময়তে ?
কোৱা কিনো ঘটিছে বিপদ ? নহলেনো
কি কাৰ্য্যৰ হেতু মোক জনোৱা আহ্বান ?
কোন ইগৰাকী নাৰী আহিছে লগত ?
শঙ্কৰ—পুনৰাই আপোনাৰ হেৰোৱা পুত্ৰক
লাভ কৰা যাবে, আহিছোঁ অঞ্জলি লই
সকলোৱে অভিনৱ অভিবাদনৰ ।
কৃষ্ণ—কিবা কোৱা ? কোন মোৰ হেৰোৱা তনয় ?
আজি সেই কতদিন হল,—পাৰ হই
গল কত ৰাশি ৰাশি কাল-সাগৰৰ
ঢৌবোৰ গৰজি গৰজি, হেৰুৱালোঁ।
যাক আমি তাৰ বাবে উপহাস কৰি,—
কিন্তু যাক হেৰুৱালোঁ, সিতো কোনো দিনে
নাহিল উলটি ! ক'তনো দেখিলা তাক ?
ব্ৰহ্মা—কিয় পৰ-চেষ্টা এনে দেখায় আমাক ?
এই যুৱকেই সেই হেৰোৱা তনয়,
আৰু ইগৰাকী, ৰতি, বোৱাৰী পুত্ৰৰ ।
কৃষ্ণ—দিনৰ সপোন দেখুৱাই, নকৰিবা
বিয়াকুল এনে ! ভাঙি কোৱা কথা মোক ।
ইন্দ্ৰ—বাতুলতা নাই একো প্ৰভু ! আমিও যে
সাক্ষী তাৰ আৰু সেই দীৰ্ঘ কাহিনীৰ ।
কতকাল গল,—ৰিণিকি ৰিণিকি আহোঁ।

পৰিছে মনত সেই কথা। সি কালত
তাৰক আছিল মহা দুৰ্দ্দান্ত শত্ৰুক
দেৱতাৰ ; খুজিছিলোঁ ব্ৰহ্মাৰ কাষত
তাৰক-বধৰ বাবে উপায় এদিন।
তাৰ পাছে দেৱৰ মঙ্গল বাঞ্ছা কৰি
কামদেৱ ভস্ম হল হৰৰ কোপত।
পাৰ্ব্বতী—আত্ম-সমৰ্পণ কৰোঁ বুলি অগনিত
হইছিল সাজু ৰতি ; এনেতেই এটি
আকাশী-বাণীয়ে উচ্চাৰিলে বজ্ৰস্বৰে
পুনৰ মদনে পাব প্ৰাণ। তাকে শুনি
ক্ষান্ত হল ৰতি, নকৰিলে আত্মহত্যা।
নাৰদ—তাৰ পাছে হৰি নিলে সম্বৰে ৰতিক ;
পতিব্ৰতা ধৰ্ম্ম তাতো ৰাখিলে ৰতিয়ে।
ইফালেদি আই ৰুক্মিণীৰ গৰ্ভৰূপে
মদনে ললেহি শিশু, ধৰিলে জনম ;
সূতিকা ঘৰৰ পৰা হৰিলে সম্বৰে।
তেতিয়াৰে পৰা পুত্ৰভাৱে তুলি-তালি
ৰতিয়ে স্বামীক লাভ কৰিছে ইদৰে।
কৃষ্ণ—আচৰিত! আচৰিত সকলো কাহিনী।
এটি মহা স্বপ্ন যেন লাগিছে মনত।
তথাপিও মানিছোঁ প্ৰত্যয়। হৰগৌৰী,
প্ৰজাপতি ইন্দ্ৰ আৰু নাৰদ, সবাকে
আশিষিছোঁ প্ৰাণভৰি পুত্ৰ লাভ কৰি।
তেন্তে হেৰা আহাঁ পুত্ৰ মোৰ, আহাঁ আৰু

স্নেহৰ বোৱাৰী মোৰ——
ৰতি-প্ৰদ্যুম্নই কৃষ্ণ-ৰুক্মিণীৰ সেৱা কৰে ।
তোমাৰে কাৰণে
পুত্ৰৰূপে পোনতেই পালোঁ মদনক ;
দ্বিতীয়তো মোৰ, উদ্ধাৰিলা তুমিয়েই
হেৰোৱা পুত্ৰক । তোমাৰ ই পতিব্ৰতা
গুণৰ গৰিমা চিৰস্মৰণীয় হৈ
থাকিব বিশ্বত । আৰু সেই পুণ্যভূমি
য'ত কামদেৱে পুনৰ লভিলে ৰূপ,
দেৱৰ হকত দানি জীৱন-আহুতি,
অতীৱ পৱিত্ৰ তীৰ্থৰূপে জিলিকিব
পৃথিৱীত শত যুগলৈ । হ'ব সেই
দেৱতাৰ লীলাভূমি, শান্তি-নিকেতন
প্ৰকৃতিৰ ; মানৱৰ জ্ঞান-মন্দিৰৰ
পৱিত্ৰ স্থান হব সেই কামৰূপ ।

দৃশ্য পট সলনি হয়

---

নতুন পঢ়ুৱৰ নতুন কবিতাৰ পুথি

# মুকুতা

"সৰহভাগ কবিতাত অসমীয়া সাহিত্যৰ একনিষ্ঠ সেৱক সুকবি নেওগদেৱৰ স্বভাৱ-সুলভ আবেগৰ আকুলতা আৰু গভীৰ আন্তৰিকতা ফুটি উঠিছে। "বকুল বনত বহি" টোকা আবেগৰ চকুলোৰে এই মুকুতা বচি তাৰে মালা এধাৰি কবিৰ জীৱনৰ লগ-ৰীলৈ উছৰ্গা কৰা "অৰ্পণ" কবিতাটি সুন্দৰ হৈছে। এধানমান হলেও, মুকুতাই অসমীয়া সাহিত্য ভঁৰালৰ সম্পদ বঢ়োৱাত আমি সন্তোষ পাইছোঁ।" —অসমীয়া

"আঠাইছটি চতুৰ্দ্দশপদী কবিতাৰ এখন ধুনীয়া সৰু কিতাপ। নেওগদেও বয়সত নবীন হলেও গদ্য পদ্য ৰচনাত অসমীয়া সাহিত্য ক্ষেত্ৰত এগৰাকী নামধৰা লিখাৰু। অসমীয়া সাহিত্য ভঁড়াললৈ দিয়া তেখেতৰ আলেখিনি বহুমূলীয়া দানৰ ভিতৰত, "মুকুতা"খনিও, আকাৰত সৰু হলেও, অন্যতম মূল্যবান দান। "মুকুতাৰ" কবিতা এটাইটিয়েই উপভোগ্য হৈছে। বিশেষকৈ 'সাধক', 'পুৱাৰ প্ৰিয়া' 'প্ৰেমৰ গৌৰৱ' 'চতুৰ্দ্দশী' 'সমিধান' আদি গোটাদিয়েক কবিতা আমাৰ বৰ ভাল লাগিল। আমি সাহিত্যা-নুৰাগী আৰু কাব্যামোদীসকলক একোখনি 'মুকুতা' কিনি পঢ়িবলৈ অনুৰোধ কৰোঁ। নেওগ দেওকো খাটো যেন অসমীয়া সাহিত্যৰ ভঁড়াললৈ এইদৰেই তেখেতে একোটি আপুৰুগীয়া আৰু মূল্যবান দান মাজে-সময়ে দি থাকে।"—বাতৰি

"নেওগৰ কবিতাৰ নকৈ প্ৰশংসাৰ আৱশ্যক নাই।"—বাঁহী

## একে গ্ৰন্থকাৰৰ প্ৰকাশিত

| | | | |
|---|---|---|---|
| ১। | মুকুতা | (Sonnets) ... ... | ৶০ |
| ২। | মালিকা | (An Elegy) ... ... | ।০ |
| ৩। | সঁফুৰা | (Songs) ... ... | ।০ |
| ৪। | ডোগজৰা | (Nursery rhymes) ... | ।০ |
| ৫। | মালতী | (Short poems) ... | ।৶০ |
| ৬। | আকুল পথিক | (Amorous ballads) ... | ।৶০ |
| ৭। | দীপাৱলি | (Short stories) | ।৵০ |
| ৮। | থুপিতৰা | (Short poems) .. | ॥০ |
| ৯। | কাম-ৰূপ | (A mythological drama) | ॥০ |
| ১০। | ইন্দ্ৰ ধনু | (Longer poems) ... | ।০ |
| | | —(Do, in each pucca bound copy) ... | ৸০ |

---

## শ্ৰীমতী আকাশীতৰা দেৱৰ

১। আলিবাবা (From "Arabian Nights) ... ।০

---

কিতাপ পোৱাৰ ঠিকনাঃ—(১) গ্ৰন্থকাৰ, যোৰহাট।

(২) বৰকটকী কুম্পানী, যোৰহাট।

(৩) বিদ্যাধাৰী এজেন্সী, ডিব্ৰুগড়।